# সাতসৰী।



শ্ৰীদণ্ডিনাথ কলিতা প্ৰণীত।



দ্বিতীয় সংস্কৰণ।

১৮৬৬ শক।

॥৹ বেচ এটকা।

# উচৰ্গা।

লিখকৰ অন্তৰঙ্গ বন্ধু, সাহিত্য-সেৱাৰ সঙ্গী, 'উষা'
প্ৰকাশক আৰু "আসাম-বন্তিৰ" ভূতপূৰ্ব্ব
সম্পাদক ৺যোগানন্দ দত্তৰ পুণ্য-স্মৃতিত
"সাতসৰী" অৰ্পিত হল।

কেতেকীবাৰী, তেজপুৰ।
১৩ ফাগুন, ১৮৪৪ শক

গ্ৰন্থকাৰ।

# গ্ৰন্থকাৰৰ নিবেদন ।

সাতোটা গল্পৰ সাত ধাৰ হাৰ গোটাই "সাতসৰী" গঢ়া হৈছে। ইয়াৰ একো একো ধাৰ বেলেগ বেলেগ সময়ত গঢ়া। তাৰ ভিতৰত "একোছা চুলি" "উষাক", 'এটি চুমা' আৰু 'চোৰ' "আলোচনীক", আৰু 'হৰিচৰণৰ বিয়া' "বাঁহীক" পিন্ধোৱা হৈছিল আৰু তাকে দেখিয়েই অসমীয়া ৰাইজে অসমীয়া ভাষাৰ কণ্ঠত তেনে আৰু আভৰণ দেখিবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল; সেই কাৰণেই বাকী কেইধাৰেৰে লগ লগাই আজি এই "সাতসৰী" ৰাইজৰ হাতত অৰ্পণ কৰা হ'ল। ৰাইজ সকলে যদি ইয়াক পূৰ্ব্বৰ আগ্ৰহেৰেই পিন্ধিব খোজে, তেনেহলেই তাৰ ক্ষুদ্ৰ শিল্পীয়ে কৃতাৰ্থ মানিব।

"সাতসৰী" গঢোতাই প্ৰথমতে তেওঁৰ গল্প-হাৰ গোটাই কি গঢ়িব, স্থিৰ কৰিব নোৱাৰিছিল; "প্ৰতিমাৰ" সুবিখ্যাত খনিকৰ শ্ৰীযুক্ত চন্দ্ৰকুমাৰ আগৰৱালা ডাঙ্গৰীয়াই তাৰ ভিতৰৰে সাতধাৰ ঘঁহি-পিহি লগ লগাই "সাতসৰী" গঢ়িবলৈ উপদেশ দিয়াৰ ফলতহে সি আজি এই নাম ধাৰণ কৰিছে। সেই কাৰণে "সাতসৰী" ৰচক তেখেতৰ ওচৰত কৃতজ্ঞ।

কেতেকীবাৰী, তেজপুৰ।
২ ভাদ, ১৮৪৫ শক।

নিবেদক
গ্ৰন্থকাৰ।

# সূচী।

# সাতসৰী।



## একোছা চুলি।

(১)

তেতিয়া মই উমলি-ভাত খেলা ল'ৰা। বয়স সাত বছৰ। কিন্তু তেতিয়াই মোৰ স্বভাৱটো ইমান উগ্ৰ আছিল যে, মোৰ লগত কোনোবা উমলিবলৈ আহিলেই মই তাক কোবাই-কিলাই নগুৰ-নাগতি কৰোঁ। সেই দেখি, পৰাপক্ষত, কোনো মোৰ লগত উমলিবলৈ নাহে। কেৱল মাথোন মোৰ ওচৰ চুবুৰী আৰু ক্ৰীড়াসঙ্গিনী মালতী।

(২)

মালতী আমাৰ চুবুৰিৰে গদাধৰ শইকীয়াৰ সুন্দৰী চাৰি বছৰীয়া কন্যা। তেওঁৰ দেহৰ গঠনটি বৰ ধুনীয়া,—বৰ মৰম-লগা। যেতিয়া তেওঁ বতাহত নচা মালতী-লতাৰ আগটিৰ দৰে বিবিধ অঙ্গি-ভঙ্গিৰে উমলিবলৈ ধৰে, যেতিয়া আধা ফুলা গোলাপ ফুল এপাহিৰ দৰে আনন্দ মনেৰে মিচিকিয়া হাঁহি মাৰে, তেতিয়া তেওঁৰ গাত কেনে মনোহৰ সৌন্দৰ্য্যৰ জেউতি জিলিকি উঠে! কেনে অপূৰ্ব্ব স্বৰ্গীয় প্ৰভা বিকসিত হয়! সংসাৰৰ কুটিলতা

নজনা, ছলনাৰ ছাঁত নপৰা, পবিত্ৰতাময় সেই কোমল মুখখনিত কি যে অমিয়া সনা আছে কব নোৱাৰোঁ ; কিন্তু যেতিয়াই এবাৰ সেই মাধুৰীপূৰ্ণ মুখখনি চাওঁ, যেতিয়াই এবাৰ ওমলাৰ ছলেৰে তেওঁৰ তুলা যেন হাতটিত মোৰ কাঠ যেন হাতটো থওঁ, তেতিয়া অতি ক্লান্ত হৈ থাকিলেও, মোৰ গাটো চেঁচা পৰি অহা যেন লাগে, মোৰ উগ্ৰতা লাহে লাহে আহি নম্ৰতাত পৰিণত হয়।

(৩)

লাহে লাহে আমাৰ বন্ধুতা ইমান ডাঠ হ'ল, চেনেহৰ আকৰ্ষণ ইমান প্ৰবল হৈ উঠিল যে, ইটিয়ে সিটিক নেদেখিলে এখন্তকো থাকিব নোৱাৰা হলোঁ। উভয়ৰ মাজত কত নিৰ্দ্দোষ খেলা, কত স্বৰ্গীয় ভাবে ঠাই ললেহি তাৰ সীমা-সংখ্যা নাই। কেতিয়াবা দুয়ো গৈ আমাৰ ঘৰৰ পিছ ফালে থকা নৈৰ বালিত উমলি ফুৰোঁ, বালিৰে ঘৰ সাজো আৰু পানীৰ তলত নাচি ফুৰা সৰু বৰ মাছবোৰ চাই চাই সিহঁতৰ গালৈ অকণি অকণি শিলগুটি দলিয়াই আনন্দ উপভোগ কৰোঁ। কেতিয়াবা ফুলনিত সোমাই, ফুল বুটলি একোচ একোচকৈ ভৰাই লৈ আহি চাকি আৰু মালা গাথোঁ আৰু দুয়ো সাল সলনি কৰি পিন্ধি আনন্দত মতলীয়া হওঁ। আকৌ, কেতিয়াবা মই মনে মনে গছৰ আঁৰত লুকাই থাকোঁ, তেওঁ মোক নেদেখি ব্যাকুল হৈ বিচাৰিবলৈ ধৰিলে সাউৎ কৰে ওলাই আহি পিচ ফালৰ পৰা চকু জিপাই ধৰোঁ আৰু হাত-তালি দি হেপাহ পলুৱাই হাঁহি লওঁ। কেতিয়াবা কিবা কাৰণত ৰোহ

পাতি মোক মমতা হলে, নাইবা চকু-লো টুকিলে, মই তেওঁৰ সুগোল বাহুটিত ধৰি বুকত মুখখনি সমুৱাই লৈ চকু-লো মচি দিওঁ, গাল মুখত হাত ফুৰাই কিচ-কিচ কৰে ক'লা চুলিটাৰ পিলিকি পিলিকি সান্ত্বনা দিবলৈ চেষ্টা কৰোঁ। মই কেতিয়াবা তেনে কৰিলে, তেৱোঁ সেই পালি ঔষধৰেই ব্যৱস্থা কৰে। আহা, সেই বাল্য-খেলা কেনে মধুৰ, কেনে পবিত্ৰ! তাত বাসনাৰ সোঁত নবয়, ছলনাৰ চেঁকা নালাগে, স্বাৰ্থৰ বীৰত্ব নাখাটে; আগৰ পৰা গুৰিলৈকে নিঃস্বাৰ্থ স্বৰ্গীয় ভালপোৱা। সেই বাল্য-লীলাৰ কথা সুঁৱৰিলে, এতিয়াও শিৰে শিৰে সেই পবিত্ৰ ভাবৰ সোঁত ব'বলৈ ধৰে, এতিয়াও কল্পনাৰ সুখ-দৃশ্যই মন-প্ৰাণ নচুৱাই তোলে। ইচ্ছা হয়, যেন সেই পবিত্ৰ বাল্য জীৱন আকৌ লাভ কৰিম! আকৌ যেন সেই স্বৰ্গীয় বাল্য বন্ধুৰ লগত নিৰ্দোষ খেলা খেলিম!

(৪)

সময়ৰ সোঁতত আমাৰ জীৱন-নাও ভটীয়াবলৈ ধৰিলে। লাহে লাহে যৌৱনৰ ঢৌত উঠি আমি টলবলাবলৈ ধৰিলোঁ। আৰু লগে লগে মনোবিকাৰ ঘটি উঠিল। সেই নিঃস্বাৰ্থ ভাল পোৱা কিবা স্বাৰ্থৰ ঢাকোনে ঢাকি পেলালে। মনৰ মাজত কিবা এটা বাসনাৰ ঢৌৱে খুন্দিয়াবলৈ ধৰিলে। সেই স্বৰ্গীয় পবিত্ৰতাৰ মাজত কিবা এটা পাৰ্থিব ভাব প্ৰৱেশ কৰিলে। অন্তৰত কিবা এটা ভবিষ্যত আশাৰ পুলি গজি উঠিল আৰু ডাল-পাত ধৰি দিনে

দিনে সি ডেওফেও কৰে বাঢ়ি আহিবলৈ ধৰিলে। লাহে লাহে সেই নিঃস্বার্থ বাল্য-প্রেম যৌৱন-সুলভ প্রণয়ত পৰিণত হ'ল।

এতিয়া আমাৰ বাল্য-লীলাৰ অন্ত পৰিল। লগে লগে দুয়োৰে মাজত দূৰত্বও বাঢ়ি আহিবলৈ ধৰিলে। এতিয়া মালতী আগৰ দৰে মুকলি-মূৰীয়া হৈ ফুৰাত প্রতিবন্ধক ঘটিল। তথাপি সময়মতে আমাৰ দেখা-সাক্ষাৎ, মনৰ আবেগৰ সাল-সলনি, অব্যক্ত ভাবৰ দান-প্রতিদান তেতিয়াও চলিয়েই থাকিল। কিন্তু কিয় ক'ব নোৱাৰোঁ, তেতিয়া আগৰ দৰে নিঃসঙ্কোচে মুখৰ পৰা কথা নোলোৱা হ'ল; কথাৰ লগে লগে লাজৰ ৰাঙলী আভাই গোটেই মুখমণ্ডল বোলাই পেলায়।

(৫)

মই প্রবেশিকা পৰীক্ষাত উঠি কলিকতাত পঢ়িবলৈ ওলালোঁ। যাবৰ আগদিনা আমাৰ দেখাদেখি হ'ল। সেই সময়ত যি ভাবে মনত তোলপাৰ লগাইছিল, সি অবর্ণনীয়। তেতিয়া অন্তৰৰ অপূর্ব্ব আবেগ আৰু বিদায়ৰ তপত চকুলো মিলি কি এটি অপূর্ব্ব সুখ-দুখৰ মিহলি ৰহণ সনা সৌন্দর্য্যৰ সৃষ্টি কৰিছিল! আজিও নৈশ নিস্তব্ধতাৰ মাজত সেই অশ্রুসিক্তনয়না মালতীৰ বিদায়-কালৰ করুণ কণ্ঠস্বৰ কাণত বাজি উঠা শুনো! মালতীয়ে মূৰৰ সেই ভোমোৰা-কলীয়া চুলিটাৰীৰ পৰা একোছা চুলি কাটি লৈ, মোৰ হাতত দি কলে—"সূর্য্য, সূর্য্য, তুমি যোৱা, কিন্তু যদি অভাগিনীলৈ মনত থাকে, তেন্তে এই—

মই—কিয় এনে হিয়া-ভগা কথা কোৱা ? তোমাক পাহৰাৰ আগেয়ে——

"সূৰ্য্য, সূৰ্য্য, ক্ষমা কৰা"—এই বুলি তেওঁ মোৰ মুখত সোপা দি ধৰিলে; তেওঁৰ দুই চকু চকুলোৰে চল-চলীয়া হল। মই অনেক প্ৰবোধ দি তেওঁৰ ওচৰত বিদায় লৈ অতি হেপাহেৰে চুলি কেইডাল বুকত সুমুৱাই লৈ শূন্য-প্ৰাণেৰে ঘৰলৈ উলটি আহিলোঁ। আৰু পিচ দিনা কলিকতালৈ যাবলৈ জাহাজত উঠিলোঁ।

(৬)

কলিকতা পালোঁহি। নতুন ঠাইত নতুন উদ্দেশ্যত মনোযোগ দিব লগা হ'ল; সততে অপৰিচিত মানুহৰ লগত দিন কটাব লগাত পৰিলোঁ। এই দূৰৈ ঠাইত—এই ভাৰতৰ সুপ্ৰসিদ্ধ প্ৰধান ঠাইতো—মই মোৰ মনক স্থিৰ ৰাখিব নোৱাৰা হলোঁ; সততে চকুৰ আগত থকা অথচ চুকি নোপোৱা মালতীৰ চেনেহৰ আকৰ্ষণে মোক টানিবলৈ ধৰিলে। সময় বৰ দীঘল যেন লাগিল। কেতিয়া পূজা আহিব, কেতিয়া কলেজ বন্ধ হব, ইয়াকেই মাথোন ভাবিবলৈ ধৰিলোঁ। যেতিয়া এনে চিন্তাই বেঢ়ি ধৰে, যেতিয়া নৈশ-নিস্তব্ধতা ভেদ কৰি মালতীৰ বিদায় কালৰ সেই কথাকেইষাৰ মোৰ কাণত প্ৰতিধ্বনিত হৈ মোক ব্যাকুল কৰি তোলে, তেতিয়া তাৰ একমাত্ৰ মহৌষধ মালতীৰ সেই চুলি কেইডাল। আহা! সি যে মোৰ কিমান বন্ধুৰ কাম কৰে! চিন্তাৰ দহনত আধাপোৰা হিয়া কেনে শাঁত কৰে!

(৭)

পূজাৰ বন্ধ আহিল। বৰ হেপাহেৰে, বৰ উলাহেৰে ঘৰমুৱা হলোঁ। মনত নবীন আনন্দৰ সোঁত বৰলৈ ধৰিলে। ইমান দিনৰ মূৰত নিৰ্ব্বিঘ্নে আকৌ পিতৃ-মাতৃৰ চৰণত মূৰ দোঁৱাবলৈ পাম, মোৰ বাল্য-জীৱনৰ সুখ-দৃশ্য দেখিবলৈ পাম, বাল্য বন্ধু ভাবী জীৱন-সঙ্গিনী প্ৰাণৰ প্ৰতিমা মালতীৰ লগত দেখা হব, আকৌ সেই অতীতৰ মোহিনী প্ৰতিমাখনি আগত লৈ, তাৰ পোহৰত ভবিষ্যতৰ নিৰ্দ্দিষ্ট বাট বান্ধিবলৈ সুচল লাভ কৰিব পাৰিম! ভাবনাৰ সোঁতত মই নিজক উটুৱাই দিলোঁ, উলাহত প্ৰাণ কঁপিবলৈ ধৰিলে, অন্তৰ আনন্দত নৃত্য কৰি উঠিল।

(৮)

ঘৰ পালোঁহি। ঘৰ পায়েই শুনিলোঁ মালতীৰ টান নৰিয়া। হায়! এই বাতৰি শুনাৰ আগেয়ে মোৰ মূৰত বজ্ৰ-পাত নহল কিয়! মই তেতিয়াই মালতীৰ ঘৰলৈ খোজ ললোঁ। গৈ যি দৃশ্য দেখিলোঁ আৰু সেই দৃশ্যই মোৰ যি পৰিবৰ্ত্তন ঘটালে, তাক লেখনীৰ সাহায্যেৰে বৰ্ণনা কৰিব নোৱাৰোঁ। উঃ! কি ভীষণ যন্ত্ৰণা! কি ঘোৰ দাবানল! শত বৃশ্চিক দংশনতকৈও তীব্ৰ দংশন! মই দেখিলোঁ—নৰিয়া-পাটীত মালতীয়ে চটফটাব লাগিছে; ডাক্তৰে আশা নাই বুলি কৈছে। মোৰ প্ৰাণ শুকাই গ'ল।

চাওঁতে চাওঁতে মালতীৰ অৱস্থা শোচনীয় হৈ আহিল। পিতাকে মোক ৰখীয়া থৈ ডাক্তৰৰ গুৰিলৈ লৰ দিলে। মই মালতীৰ সোঁ হাতটি মোৰ দুয়ো হাতৰ মাজত সুমুৱাই লৈ কাষতে বহিলোঁ। মালতীয়ে সেহাই সেহাই মাতিলে;——“সূৰ্য্য, প্ৰাণেশ্বৰ!” মই।—প্ৰাণৰ মা——

মোৰ কথা সম্পূৰ্ণৰূপে বাহিৰ নোলাল।

মালতী। বিদায় হৃদয়েশ্বৰ, বিদায়। এই জীৱনত এয়ে শে—ষ দে—এ—খা—আ।

মালতীয়ে স্থিৰ দৃষ্টিৰে মোলৈ চাবলৈ ধৰিলে। মই প্ৰকাশ কৰিব নোৱৰা দাৰুণ যন্ত্ৰণাত মৰ্দ্ধাস্ফুট হোৱাৰ দৰে হলোঁ।

অলপ পিচতে শইকীয়া ডাক্তৰৰে সৈতে বেগা-বেগিকৈ ওলালহি। কিন্তু তেওঁলোক ঘৰ নো সোমাওঁতেই মালতীৰ দেহা-পিঞ্জৰৰ পৰা প্ৰাণ-পখী উৰি গ'ল। স্বৰ্গীয় প্ৰতিমা স্বৰ্গগামী হ'ল। হায়, ময়ো যদি তেওঁৰ লগৰীয়া হব পাৰিলোঁহেঁতেন!

(৯)

মালতী এতিয়া নাই। কিন্তু তেওঁৰ ছবি——তেওঁৰ সেই মোহিনী প্ৰতিমা মোৰ হিয়াৰ মাজত প্ৰতিষ্ঠিত আছে। তেওঁৰ স্মৃতি-চিহ্ন সেই কৃষ্ণ কেশগুচ্ছ মোৰ কায়াৰ লগত সততে ছায়াৰূপে ফুৰিছে। মালতী নাই, কিন্তু তেওঁৰ চুলিকোছাই তেওঁৰ আসন গ্ৰহণ কৰিছে। যিমান দিন দেহত প্ৰাণ থাকে, সিমান দিন এই চুলিকোছাই মোৰ জীৱনৰ গতি থিৰ ৰাখিব।

# চোৰ।

## (১)

তেতিয়া চঞ্চল মিচিকিয়া হাঁহি বসুমতীৰ ৰঙ্গচুৱা ওঁঠ এৰি আঁতৰি গৈছিল ; ফুল-বছা আকাশী ওৰণিৰ তলত গালৰ গোলাপী ৰহণ শেঁতা হৈ পৰিছিল ; কলকণ্ঠ বিহঙ্গৰ কোমল সঙ্গীত ক্রমশঃ ক্ষীণ হৈ আহি নিস্তব্ধতাত মাৰ গৈছিল ; আৰতিৰ মধুৰ ধ্বনিয়ে ভক্তৰ প্ৰাণত ঈশ্বৰ-প্ৰেমৰ সোঁত বোৱাইছিল ; হজুৱা মানুহে কামৰ সঁজুলি ভাৰ বান্ধি ঘৰলৈ খোজ লৈছিল, আৰু ভাল মানুহ-বিলাকে প্ৰকৃতিৰ অস্থিৰ আঁচলৰ তলৰ বতাহত গা মেলাইছিল।

এই সমাৱেশ-সেৱীসকলৰ ভিতৰত একজন ডেকা অতি লাহে লাহে ফুৰিছিল। তেওঁৰ কপালত চিন্তাৰ ৰেখা জিলিকি পৰিছিল আৰু মূৰ দোঁ খাইছিল। ডেকাজনৰ গঢ়-পিত চকুত-লগা ; মুখখন যদিও শেঁতা, তথাপি সুগঠিত আৰু লনি ; কাপোৰ-কানি জলপীয়া মূল্যৰ হলেও পৰিষ্কাৰ আৰু পৰিপাটি। তেওঁ সেই একে খোজেৰে অলপ সময় ফুৰাৰ পিচত নন্দেশ্বৰ বৰুৱাৰ পদূলিয়েদি সোমাই গ'ল। নন্দেশ্বৰ বৰুৱা তেতিয়া ঘৰত নাছিল ; তিৰুতা মানুহৰ লগত চ'ৰা ঘৰৰ সম্বন্ধ নাই বুলিলেই হয়। তেওঁ কাকো নেদেখি নিজে নিজে মাচিয়া এখন টানি লৈ চৰা ঘৰতে বহিল আৰু মেজৰ ওপৰত থকা বাতৰি কাকত এখন লৈ ওপৰে ওপৰে চকু ফুৰাবলৈ ধৰিলে। তেওঁ এনেকৈ থাকোঁতেই লাহে

লাহে দহ মিনিট, পোন্ধৰ মিনিট, কুৰি মিনিট, আধা ঘণ্টা পাৰ হৈ গ'ল; কিন্তু নন্দেশ্বৰ তেতিয়াও ঘূৰি নাহিল। তেওঁ কাকতখন আকৌ মেজৰ ওপৰতে থৈ যাবলৈ ওলাল। হঠাৎ তেওঁৰ চকুত পৰিল,——এটা জালমোনা; মোনাৰ ভিতৰৰ পৰা পৰিষ্কাৰ ৰৌপ্য মুদ্ৰাৰ শ্বেত ৰশ্মি বাহিৰ হৈ জিলিকি আছে। দেখা মাত্ৰেই তেওঁৰ গাত কিবা এটা অপূৰ্ব্ব উত্তেজনাৰ বিজুলী-সোঁত বৈ গ'ল; গোটেই শৰীৰ কঁপি উঠিল; কিবা এটা দৈবিক শক্তিয়ে যেন তেওঁৰ সংজ্ঞা হৰণ কৰিলে। তেওঁ মোনাটো হাতত লৈ লাহে লাহে বাহিৰ ওলাল; দোখোজমান যোৱাৰ পিচত কিবা এটা ভাবি হঠাৎ থমকা খাই ৰ'ল; যেন কিবা এটা অদৃশ্য ছবি দেখি তেওঁ ভয় খালে। তাৰ পিচত তেওঁ আকৌ যাবলৈ ধৰিলে; লাহে লাহে বেগ বেচি হৈ আহিল আৰু শেহত প্ৰাণ-কাতৰে লৰিবলৈ ধৰিলে। তেতিয়া চাৰিওফালে আন্ধাৰ হৈছিল; অলপ পিচতে তেওঁৰো সেই আন্ধাৰৰ অঙ্গ হৈ পৰিল।

ডেকাজন উচ্চবংশীয়। তেওঁৰ উপৰি পুৰুষসকল ধনী, মানী আৰু প্ৰতাপী আছিল;—— এতিয়াও তেওঁলোকৰ বংশৰ প্ৰতিপত্তি শুনিবলৈ পোৱা যায়। কিন্তু কালৰ কুটিলা গতি! চিৰকাল কাৰো সমানে নাযায়। তেওঁৰ পিতামহৰ দিনতে তেওঁলোকৰ পূৰ্ব্ব-গৌৰৱৰ অন্ত পৰিল। তেওঁৰ পিতৃ-পুৰুষ যদুনাথ ফুকন যদিও সকলো পৈতৃক গুণৰ অধিকাৰী হৈছিল, তথাপি পৈতৃক ধন-সম্পত্তিৰ অধিকাৰী হবলৈ নাপালে। সেই কাৰণে ধনৰ লগে লগে তেওঁৰ মান-সম্মানৰো তাৰতম্য ঘটি আহিল।

যদুনাথে ত্ৰিচ টকীয়া আমোলা হৈ বৰ কষ্টেৰে কাল কটাবলৈ ধৰিলে। এনে দুখময় সংসাৰৰ বোজা লৈ তেওঁৰ একমাত্ৰ মাতৃহীন সন্তান ৰঘুনাথক 'এণ্ট্ৰেন্স পাচ' কৰোৱা তেওঁৰ পক্ষে কিমান কষ্টকৰ হৈছিল, তাক সহজে অনুমান কৰিব পাৰি। তথাপি তেওঁ পুতেকক কলেজলৈ পঠিয়ালে।

কলেজত ৰঘুনাথৰ প্ৰায় এবছৰ হওঁ হওঁ; ছুটিৰ বন্ধলৈ মুঠেই দুসপ্তাহ বাকী;—এনেতে তেওঁ বিজুলী-ডাকত বাতৰি পালে যে তেওঁৰ পিতাকৰ টান নৰিয়া, তেওঁৰ উপস্থিতিৰ নিতান্ত আৱশ্যক।

বাতৰি পাই ৰঘুনাথৰ গোটেই শৰীৰ কঁপি উঠিল;—— যেন তেওঁৰ দেহ-বন্ধন ছিন্ন হৈ গ'ল;— হৃদয়-তন্ত্ৰীত এটি শোকময় সুৰ বাজি উঠিল, বিষাক্ত চকু-লো টপ্-টপকৈ বাগৰি দুয়ো গাল তিয়াই পেলালে। তেতিয়াই তেওঁ ঘৰলৈ যাবলৈ প্ৰস্তুত হ'ল আৰু আবেলি জাহাজত উঠিল।

পিচ দিনা ৰঘুনাথে ঘৰ পালেহি। কিন্তু ঘৰ পাই কি দেখিলে! দেখিলে,——সংসাৰৰ একমাত্ৰ আশ্ৰয় তেওঁৰ স্নেহময় পিতাৰ অন্তিম অৱস্থা। হায়! এয়েনে ৰঘুৰ ললাটৰ লিখন!

* * * *

দুৰ্ভগীয়া ৰঘুক সংসাৰত আশ্ৰয়শূন্য আৰু সম্বলবিহীন কৰি তেওঁৰ পিতৃয়ে চিৰকালৰ নিমিত্তে চকু মুদিলে। ৰঘুৱে শ্ৰাদ্ধাদি

কাৰ্য্য যথানিয়মে সমাধা কৰি সংসাৰৰ গুৰু ভাৰ কান্ধত ললে। কিন্তু হায়! এই ভাৰত যে চাৰি শ টকা ধাৰৰ বোজা এটাও আছে! সেই যদুনাথ মৰিল, টকাৰ গৰাকীয়ে দিলে৷ ৰঘুক আমনি কৰিবলৈ ধৰিলে, কিন্তু তেওঁ দিয়ে কৰ পৰা! তেওঁ যে কপৰ্দ্দক-হীন। তেওঁ নিৰুপায় হৈ উত্তমৰ্ণক কাকূতি মিনতি কৰি তুবছৰমান বাট চাবলৈ ধৰিলে; কিন্তু তুখীয়াৰ প্ৰতি কোনে চকু মেলি চায়! তেওঁ সমূলি অপেক্ষা নকৰি আদালতৰ সাহায্যেৰে টকা ডিক্ৰী কৰালে। এতিয়া ৰঘুৰ মহা শঙ্কট উপস্থিত হ'ল। টকা দিব নোৱাৰিলে যে পৈতৃক মাটি-ভেটিও যায়! তেওঁ ধনী মানুহৰ ঘৰে ঘৰে ধন বিচাৰি ফুৰিলে; কিন্তু ফলত অপমানৰ বাহিৰে আন একো নাপালে; ৰঘুৰ সজ চৰিত্ৰ, সক্ত গুণে একো কাম দিব নোৱাৰিলে! সেই দেখিহে তুখীয়া কবিয়ে তুখ আৰু অভিমানেৰে এদিন টানি কৈছিল,—— "দাৰিদ্ৰ্য-দোষো গুণৰাশিনাশী।"

ৰঘুৰ ঘৰৰ পৰা অলপ দূৰৈতে নন্দেশ্বৰ বৰুৱাৰ ঘৰ। নন্দেশ্বৰ এজন ধনী মানুহ, কিন্তু অৰ্থ-পিশাচ। তেওঁৰ পুত্ৰ নাই; একমাত্ৰ কন্যা যমুনায়েই তেওঁৰ যথাসৰ্ব্বস্ব আৰু উত্তৰাধিকাৰিণী। তথাপি তেওঁক ধনকেহে লাগে; ধনেই তেওঁৰ সুখ-শান্তিৰ স্থান, ধনেই তেওঁৰ জীৱন-সঙ্গী। আটাী যেন নিৰ্ম্মল ৰৌপ্য মুদ্ৰাৰ সংঘৰ্ষত তেওঁ আপোন-পাহৰা হয়; তাৰ মধুৰ ধ্বনিয়ে তেওঁৰ শ্ৰৱনেন্দ্ৰিয়ৰ ওপৰত একাধিপত্য স্থাপন কৰে। নিজৰ গাৰ তেজ-মঙ্গহতকৈও টকাহে যেন তেওঁৰ প্ৰিয়! বয়স

তিনি কুৰিৰ ওচৰ চাপিছে, দাঁত সৰহখিনি সৰিছে, মূৰৰ চুলি বগা হৈছে, কিন্তু ধন ঘটিবৰ হেপাহ হলে তেওঁৰ অলপো কমা নাই। যেনে উপায়েৰেই হওক টকা পাবৰ সুবিধা দেখিলে তেওঁ নেৰে; যেন ধনেই তেওঁৰ ইহ-পৰকালৰ লগৰীয়া! এই নন্দেশ্বৰৰ পৰা সাহায্য পোৱা অসম্ভৱ বুলি ভাবিয়েই ইমান দিনলৈকে ৰঘু তেওঁৰ ওচৰ চপা নাছিল; কিন্তু সকলো ঠাইতে বিফল-মনোৰথ হৈ এবাৰ তেওঁৰ ওপৰলৈকো যাবলৈ ৰঘুৱে স্থিৰ কৰিলে। ৰঘুনাথে নন্দেশ্বৰৰ ওচৰত প্ৰথমে সাহায্য নিবিচৰাৰ আৰু এটা কাৰণ আছিল। কেইবা বছৰৰ আগৰে পৰা ৰঘুৰ অন্তৰত এটা বাসনাৰ অঙ্কুৰ বাঢ়িব লাগিছে;—সেইটো হৈছে চিৰকালৰ নিমিত্তে যমুনা-সলিলত তেওঁৰ অৱগাহন। যমুনাৰ পৰাও যে ভাব অনুকূল উচ্ছ্বাস উদিত হৈছিল, তাত সন্দেহ নাই। এতিয়া তেওঁৰ ভয়,—জানোচা তেওঁৰ দুৰ্দ্দশাৰ কথা শুনিলে যমুনাৰ মন সলনি হয়। তথাপি বহুত ভাবি-চিন্তি মৰ সাহ দি আজি তেওঁ নন্দেশ্বৰৰ ঘৰ পালেগৈ আৰু অৰক্ষিত ধনৰ মোনা তুলি লৈ প্ৰস্থান কৰিলে।

( ৩ )

ৰঘুৱে ঘৰ পাই পোনেই ধনৰ মোনাটো চন্দুকত ভৰালে; তাৰ পিচত পাটীত দীঘল দি পৰিল। তেওঁৰ গোটেই গা ঘামেৰে বুৰি গল; মনলৈ নানা চিন্তা আহিবলৈ ধৰিলে;—অতীত, বৰ্ত্তমান আৰু ভবিষ্যতৰ কত মনোহাৰিণী আৰু বিভীষিকাময়ী মূৰ্ত্তি আহি

সম্মুখত উপস্থিত হ'ল,—তাৰ সংখ্যা নাই। ক'ত সেই বাল্যকাল, যমুনাৰ লগত নিৰ্দ্দোষ খেমালি! ক'ত এই দুখময় সাংসাৰিক জীৱন,—ঘৃণিত চৌৰ্য্যবৃত্তি! ক'ত সেই স্নেহময়ী জননীৰ স্বৰ্গীয় কোলা, জনকৰ স্নেহৰ চুম্বন, আৰু ক'ত এই সংসাৰৰ যন্ত্ৰণাময় কাৰাগাৰ,—পাপৰ আলিঙ্গন। ভাবোঁতে ভাবোঁতে মূৰ ঘূৰি গ'ল, তথাপিও ভাবনাৰ অন্ত নপৰিল। এবাৰ ৰঘুৱে ভাবিলে,—"মই কি কৰিলোঁ? কিয় এক মুহূৰ্ত্ততে মোৰ মান-সম্ভ্ৰম, আত্ম-গৌৰৱত জলাঞ্জলি দিলোঁ? যাওক, সকলো যাওক, আকৌ টকাখিনি থৈ আহোঁগৈ। তেওঁ শোৱাৰ পৰা উঠি বহিল। আকৌ ভাবিলে—"নহয়, নিদিওঁ। এই টকাৰ অভাৱত নগেন্দ্ৰৰ বৰুৱাৰ একো কষ্ট নহয়; কিয়নো, তেওঁৰ হাতত থাকিলেও ই তেওঁৰ চন্দুকত নাইবা মাটিৰ তলত হে সোমাই থাকিব; তেওঁ তো খৰচ নকৰে! আৰু মই তো চুৰ কৰা নাই, পৰম পিতাক সাক্ষী কৰি ধাৰলৈ আনিছোঁ; যিমান সোনকালে পাৰোঁ, পৰিশোধ কৰিবৰ চেষ্টাত থাকিম।"

টকা গ্ৰহণ কৰিবলৈ ঠিক কৰি ৰঘুৱে চন্দুকটো মেলিলে; টকাখিনি উলিয়াই লেখিবলৈ ধৰিলে। মোনাত মুঠ ছশ টকা আছিল। তেওঁ লেখি বুজি টকাখিনি আকৌ চন্দুকত ভৰালে। সেই দিনা আৰু ৰঘুৰ খোৱা-বোৱা নহল, আকৌ পাটীত পৰি চিন্তা-সাগৰত টলংভটং কৰিবলৈ ধৰিলে।

( ৪ )

ৰাতিপুৱা যমুনাৰে সৈতে ৰঘুৰ সাক্ষাৎ হ'ল। যমুনাক দেখা মাত্ৰেই তেওঁৰ হৃৎপিণ্ড কঁপি উঠিল কিন্তু সেই কঁপনি আগৰ দৰে আবেগ-চকিত নহয়; তেওঁৰ মুখমণ্ডলত এটি বিষাদৰ কালিকাময়ী মূৰ্ত্তি। যমুনাৰ চকুতো আজি আগৰ দৰে বাসনা-বিহ্বল বিলোল কটাক্ষ নাই; ওঁঠত ফুটন্ত কুসুমৰ মধুৰিমাময়ী মিচিকিয়া হাঁহি নাই; বুকুত কঁপনি উঠিলেও তাৰ মূলত আবেগৰ নিৰ্ঝৰিণী নাই। যেন সন্মুখত কোনোবা প্ৰেত-যোনিৰ আবিৰ্ভাৱ দেখি তেওঁলোকৰ শিৰৰ তেজ গোট মাৰিছে!

কঁপি কঁপি ৰঘুৱে মাতিলে,—"যমুনা!"

যমুনা।—প্ৰিয়তম!

ৰঘুৰ হিয়াত আকৌ এটা খুন্দা লাগিল; তেওঁ কোনো উত্তৰ দিব নোৱাৰিলে।

যমুনাই কলে,—"প্ৰিয়তম, আজি আপোনাৰ অৱস্থাৰ এনে পৰিবৰ্ত্তন দেখি মোৰ প্ৰাণ কান্দি উঠিছে। বুজিছোঁ আপোনাৰ প্ৰতি দৈব প্ৰতিকূল। কিন্তু ধৈৰ্য্য ধৰক প্ৰিয়তম, সুযোগ বিচাৰি লৈ পুৰুষাৰ্থ কৰক; আকৌ আপোনাৰ সুখৰ সময় আহিব।"

ৰঘুৱে ভাবিছিল যে, যমুনাই তেওঁৰ বিষয়ে একো শুনা নাই। এতিয়া তেওঁ যমুনাৰ কথা শুনি লাজতে মৰা প্ৰায় হল; মুখৰ মাত হৰিল।

যমুনাই ক'লে—"প্ৰিয়তম, আপুনি বিপদত পৰি নিজক নিজে ঘিণ কৰিছে; কিন্তু সংসাৰত উঠা-পৰা স্বাভাবিক নিয়ম। আপুনি এতিয়া যেনে-তেনে বৰ্ত্তমান বিপদৰ পৰা উদ্ধাৰ পাবলৈ চেষ্টা কৰক। এনে সুদিন আহিব পাৰে, যি দিনা আপুনি আকৌ আগৰ ধন, মান, প্ৰতিপত্তি লাভ কৰিব পাৰিব।"

ৰঘু।—"যমুনা, সংসাৰত নিৰাশ্ৰয় দীন-হীন এই অভাগাক তুমি এতিয়াও ভাল পাব পাৰিবা নে?"

যমুনাৰ দুয়োখনি গাল ৰঙা হৈ উঠিল, লাহেকৈ ক'লে—"যমুনা অসতী নহয়। যেনে অৱস্থাতে থাকোক আপুনিয়েই মোৰ প্ৰাণেশ্বৰ।"

ৰঘু।—যমুনা, ক্ষমা কৰিবা। আজিহে মই তোমাৰ মহিমাময়ী মূৰ্ত্তি দেখিলোঁ। আজিৰ পৰা তুমিয়েই মোৰ জীৱনৰ ধ্ৰুব তৰা। তোমাৰ এই লাবণ্যময়ী প্ৰতিমা চকুৰ আগত ৰাখি তোমাৰ আদেশ-মতে সংসাৰৰ লগত যুদ্ধ কৰিম।

তেতিয়া দুইৰো বিষণ্ণ বদনত ডাৱৰৰ মাজত বিজুলী-ৰেখাৰ দৰে এটি জিলিকনি পৰিল; দুয়ো দুইকো আলিঙ্গন কৰি মুখ-চুম্বনেৰে বিদায় ললে।

( ৫ )

ৰঘুৱে চাৰিশ টকাৰে ধাৰ মাৰি বাকী টকা হাতত লৈ খেতি কৰিবলৈ মন মেলিলে। সেই সময়ত মৰাপাটৰ দাম বৰকৈ চৰিছিল। ৰঘুৱে প্ৰায় চাৰিপূৰামান মাটিত মৰাৰ খেতি আৰম্ভ

কৰিলে ; অতি সুশৃঙ্খল ভাবে কাম চলিবলৈ ধৰিলে। ডুবচৰৰ মূৰত ৰঘুৱে দেখিলে যে, তেওঁ এহেজাৰ টকাৰ গৰাকী। তেওঁ টকাখিনি উলিয়াই আনি নন্দেশ্বৰৰ মোনাটোত আঠ শ ভৰালে। তাৰ পিচত কাগজ এডোখৰত লিখিলে,——"এদিন ঠিক এই ঠাইৰে পৰা ঈশ্বৰক সাক্ষী ৰাখি মই দুশ টকা ধাৰ কৰিছিলোঁ, আজি বাঢ়িযে সৈতে তাক পৰিশোধ কৰিলোঁ। আশা কৰোঁ, ধনৰ গৰাকীয়ে মোৰ এই ধৃষ্টতা মাৰ্জ্জনা কৰিব।" লিখা হ'লত কাগজখনো মোনাতে ভৰালে। ঠিক আগৰ বাৰৰ সমান পৰতে হাতত মোনাটো লৈ নন্দেশ্বৰৰ ঘৰলৈ খোজ ললে ; কিন্তু খোজে খোজে তেওঁৰ হিয়া কঁপিবলৈ ধৰিলে। লাহে লাহে ৰঘু গৈ নন্দেশ্বৰৰ ঘৰ পালে, চাৰিওফাললৈ চাই-চিন্তি চৰা ঘৰলৈ সোমাই গ'ল, ধীৰে ধীৰে ধনৰ মোনাটো যথাস্থানত স্থাপন কৰিলে। তাৰ পাচত তেওঁ লাহে লাহে তাৰ পৰা ওলাই আহিল। পদূলি-মুখতে নন্দেশ্বৰৰ লগত ৰঘুৰ সাক্ষাৎ হ'ল ; তেওঁৰ গোটেই গাটো ৰতাহত কলগছ কঁপা দি কঁপি উঠিল ; মূৰ ওপৰলৈ তুলিব নোৱৰা হ'ল। নন্দেশ্বৰে মাত লগালে :——"কোন, ৰঘু নে?"

সেপ ঢুকি ৰঘুৱে উত্তৰ দিলে,——"হয়।"

ৰঘুৰ অৱস্থা দেখি নন্দেশ্বৰৰ মনত নানা প্ৰকাৰ সন্দেহ উপস্থিত হ'ল। ভাবিলে,——নিশ্চয় ৰঘু কিবা এটা অসৎ উদ্দেশ্যেৰে তেওঁৰ ঘৰলৈ আহিছিল ! অলপ পিচত তেওঁ আকৌ কলে,——"ইমানপৰে যোৱা কলৈ? আহাঁ, অলপমান কথা বতৰাকে পাতোঁচোন।"

ৰঘুৰ কঁপনি আগতকৈও বেচি হ'ল। সেপ ঢুকি ঢুকি ক'লে—"মোৰ এটা কাম আছে, ৰহিব নোৱাৰোঁ।" তাৰ পিচত আৰু অপেক্ষা নকৰি তাৰ পৰা আঁতৰি গ'ল।

ৰঘুৰ অৱস্থা আৰু গঢ়-গতি দেখি নন্দেশ্বৰৰ মনত বিষম সন্দেহ উপস্থিত হ'ল। তেওঁ পোনেই চৰা ঘৰত সোমাই সকলো বস্তু ঠিক আছেনে নাই চাবলৈ ধৰিলে। হঠাৎ তেওঁৰ চকুত পৰিল———হেৰোৱা টকাৰে সৈতে মেজৰ বুকত তেওঁৰ ধনৰ মোনাটো। তেওঁৰ অন্তৰাত্মা নাচি উঠিল। হায়! এই টকাৰ নিমিত্তেই তেওঁ কত দিন ভাত-পানী এৰি ব্যাকুল হ'ল! পুলিচৰ হতুৱাই কত অনুসন্ধান কৰালে! আজি দুবছৰ কত নিদ্ৰাহীন ৰজনী যাপন কৰিলে! আজি তেওঁ আনন্দত উত্ৰাবল হৈ উঠিল; এখন্তেকৰ নিমিত্তে আপোন-পাহৰা হ'ল। তাৰ পিছত ভাবিলে, ———"ই নিশ্চয় ৰঘুৰ কাম: ঠিক কথা, সেই সময়ত ৰঘুৱে চাৰিওফালে ধাৰলৈ ধন বিচাৰি ফুৰিছিল আৰু আজিৰ ৰঘুৰ গঢ়-গতিয়েও তাকে প্ৰমাণ কৰে।"

ধনৰ মোনাটো লৈ নন্দেশ্বৰ ভিতৰ সোমাল আৰু লেখি-বুজি টকাখিনি চন্দুকত ভৰালে। সেই সময়ত তেওঁৰ মনত কেনে ভাব খেলাইছিল, তাক আমি কোৱা সে অসম্ভৱেই, তেওঁ নিজেও বুজিব নোৱাৰিছিল। অলপ বেলি ৰ-লাগি থকাৰ পিচত তেওঁ বাহিৰ ওলাল আৰু প্ৰকৃত তথ্য জানিবৰ নিমিত্তে ৰঘুৰ ঘৰলৈ খোজ ললে।

( ৬ )

ৰঘুৰ কাৰ্য্য দেখি নন্দেশ্বৰে আচৰিত মানিলে। ৰাতি শোওঁতে তেওঁৰ টোপনি নাহিল, নানা-প্ৰকাৰ চিন্তা-ভাবনাই অন্তৰত তোল-পাৰ লগাবলৈ ধৰিলে ; তেওঁৰ আৰু ৰঘুৰ চৰিত্ৰ ৰিজাই চাই, তেওঁ নিজক ধিক্কাৰ দিবলৈ ধৰিলে। হায়! তেওঁ অকল টকাৰ কাৰণেই কত পাশব কাৰ্য্যত মন-প্ৰাণ উছৰ্গা কৰিছে! কত দুখীয়াৰ মুখৰ টোপ কাঢ়ি আনিছে! কত কুট-নীতিৰ—কত ছল-চক্ৰান্তৰ আশ্ৰয় গ্ৰহণ কৰি, নিজক মানুহৰ শাৰীৰ পৰা তললৈ নমাইছে! অথচ তেওঁৰ একোৰে অভাব নাই। আন পক্ষে এটা সংসাৰত নিঃসম্বল ডেকাই অনায়াসে আঠ শ টকাৰ মায়া এৰি নিজৰ মান-সম্ভ্ৰম-মনুষ্যত্ব ৰক্ষা কৰিলে।

যিমানেই ভাবিবলৈ ধৰিলে সিমানেই নন্দেশ্বৰৰ মন ঘূৰি আহিবলৈ ধৰিলে ; জীৱনৰ অতীত বুৰঞ্জী তেওঁৰ মনত পৈশাচিক লীলা বুলি বোধ হ'ল, নিজক নিজে ঘিণাবলৈ ধৰিলে। ৰঘু-চৰিত্ৰৰ প্ৰবল আকৰ্ষণে তেওঁৰ আত্মাক চপাই নিলে ; দিনে দিনে ৰঘুৰ প্ৰতি আপোন ভাব বাঢ়িবলৈ ধৰিলে। এটা কথা কিন্তু নন্দেশ্বৰে কেইবা দিনলৈকে স্থিৰ কৰিব পৰা নাছিল। তেওঁৰ টকা আছিল চন্দুকত, কিন্তু ৰঘুৰ কথা মতে তেওঁ সেই টকা মেজৰ ওপৰতহে পাইছিল। তেনেহলে তাক চন্দুকৰ পৰা মেজলৈ আনিলে কোনে? যমুনাৰো ইয়াত কিবা হাত আছে নে কি? যমুনাই পিতাকৰ অনুমান সঁচা বুলি স্বীকাৰ কৰিলে।

বন্ধু আৰু যমুনাৰ ভালপোৱাৰ কথা নন্দেশ্বৰৰ কাণত বহুত দিনৰ আগেয়ে পৰিছিল; কিন্তু তেতিয়া তেওঁ বন্ধুৰ অৱস্থাক ইতিকিং কৰি যমুনাক বন্ধুৰ পৰা আঁতৰাবলৈ চেষ্টা কৰিছিল। এই ঘটনাৰ পাচত তেওঁ বুজিলে তেওঁলোকৰ প্ৰণয় কিমান গাঢ়; সেই দিনাৰ পৰাই তেওঁ আপত্তি নকৰি তেনে সম্বন্ধৰ অনুকূলে চেষ্টা কৰিবলৈ ধৰিলে। বন্ধুৰ লগত দিনে দিনে তেওঁৰ ঘনিষ্ঠতা বাঢ়ি আহিল।

* * * * *

নন্দেশ্বৰ, যমুনা, বন্ধু আৰু তেওঁলোকৰ মিতিৰ-কুটুম সকলোৰে ইচ্ছাত শুভক্ষণত যমুনা আৰু বন্ধুৰ বিবাহ স্থিৰ হ'ল, নন্দেশ্বৰে আধা সম্পত্তি যৌতকত দি বং মনেৰে বন্ধুৰ হাতত তেওঁৰ একমাত্ৰ চেনেহৰ জিয়াৰী—আলাসৰ লাড়ু যমুনাক সঁপি দিলে।

(৭)

বিবাহৰ পিচত এদিন ৰাতি বন্ধু আৰু যমুনা জুৰ লবলৈ চোতালত বহিছে। ওপৰৰ পৰা জোনে তেওঁলোকৰ গাত সুধাময় বগা পোহৰ ছটিয়াই দিছে আৰু তৰাবোৰৰ ক্ষীণ হাঁহিৰ জিলিঙনি আহি তাতে লয় গৈছে। বন্ধুৱে কলে,—"যমুনা, দুবছৰৰ আগেয়ে তুমি মোক 'চোৰ' বুলি জনা হলে ঘিণ নকৰাকৈ পাৰিলাহেতেন নে?"

যমুনাই ফুলা পদুমৰ দৰে মুখখনিৰ হাঁহিৰে জেউতি চৰাই ক'লে,—"আপোনাৰ এতিয়াও জানিবলৈ বাকী যে মই গভাই'ত

নোহোৱা হলে আপুনি চোৰ হব নোৱাৰিলেহেঁতেন। ৰঘুৱে আচৰিত হৈ কলে :—"তুমি আকৌ গভাইত হ'লা কেনেকৈ ?"

যমুনা।—আপোনাৰ টকাৰ আৱশ্যক বুজি সেই টকা ময়েই চন্দুকৰ পৰা উলিয়াই আপুনি সোমোৱাৰ আগে আগে আনি তাত থৈছিলোঁ। পিচ দিনা যে সুযোগ নেৰিবলৈ কৈছিলোঁ, আপুনি জানো পাহৰিলে ?

"তুমি দেবী, তোমাৰ লগত থাকি মোৰো দেৱত্ব লাভ হব", ——এই বুলি ৰঘুয়ে সাদৰেৰে যমুনাক বুকত সুমুৱাই লৈ দুয়ো গালত চুমা দিলে।

# সধবা নে বিধবা নে কুমাৰী।

প্ৰতিমা সকতে কেনে আছিল ক'ব নোৱাৰোঁ। কাৰ লগত উমলিছিল, ক'ত লেখা-পঢ়া শিকিছিল, কাক ভাল পাইছিল, তাৰো একো খবৰ পোৱা নাই। আদৰ-মালতীৰ দৰে ছুলেই জঁয় পৰা আছিল, নে গোলাপ কলিটিৰ দৰে সদায় হাঁহিমুৱা আছিল, তাকো কোনেও কোৱা নাই। এইবোৰ বিষয়ে মোৰ জানিবৰ উপায়ো নাছিল ; কাৰণ প্ৰতিমাৰ লগত মোৰ চিনাকি নিচেই অলপদিনীয়া। যেতিয়া প্ৰতিমাক প্ৰথম দেখা পাওঁ, তেতিয়া দেখিছিলোঁ—তেওঁৰ মুখত মধুৰ হাঁহি, গালত গোলাপী আভা, দেহত উচ্ছ্বসিত যৌৱন ;

শুনিছিলোঁ প্ৰতিমাৰ মনোহৰ বাক্যাৱলী, "হাৰ্মোনিয়ামৰ" লগত মিলোৱা সুমধুৰ কোমল কণ্ঠস্বৰ; ভাবিছিলোঁ কিবাকিবি কল্পনাৰ সুখকৰ কথা,——স্বপ্নৰ কাহিনী।

(২)

প্ৰতিমাৰ লগত প্ৰথম দেখায়েই মোৰ শেষ দেখা নহয়, সি তাৰ পাতনিহে। সেই দিনাৰ পৰা দিনে অন্ততঃ একোবাৰ প্ৰতিমাৰ লগত মোৰ দেখা হয়—অৱশ্যে নিলগৰ পৰা। দিনে দিনে প্ৰতিমাৰ প্ৰতি মোৰ মন আকৃষ্ট হবলৈ ধৰিলে; ধৰাৰ কাৰণো আছিল। মই বহুত দিন ভাবিছিলোঁ, আমাৰ অধঃ-পতিত হিন্দুসমাজৰ কথা, বলীৰ ঘোৰ স্বাৰ্থপৰতাৰ কথা, আৰু দুৰ্ব্বলৰ প্ৰতি অন্যায়, অবিচাৰ আৰু অত্যাচাৰৰ কথা। স্থিৰ কৰিব নোৱাৰিছিলোঁ—কিয় একে তেজ-মাংসধাৰী একে গুণ-বিদ্যা-সম্পন্ন মানুহৰ ভিতৰত স্বৰ্গ-মৰ্ত্ত্যৰ পাৰ্থক্যৰ নিচিনা সামাজিক প্ৰভেদ। ভাবি চিন্তি ওৰ পোৱা নাছিলোঁ,—কিয় পুৰুষৰ স্বাধীনতা জোখতকৈও চৰা আৰু তিৰুতাৰ প্ৰতি কঠিন ব্যৱহাৰৰ ব্যৱস্থা। শাস্ত্ৰৰ পাত লুটিয়াই, সাধাৰণ জ্ঞান আৰু যুক্তি-তৰ্কৰ সহায় লৈ ইয়াকে মাথোন পাইছিলোঁ। যে বৈদেশিক আক্ৰমণকাৰীৰ অত্যাচাৰত আত্ম-কন্দলৰ মাজত, যেতিয়া মানুহৰ শিক্ষা-দীক্ষাৰ অৱনতি হৈ আছিল, তেতিয়া স্বাৰ্থপৰ শিক্ষিতসকলে পূৰ্ব্বৰ [redacted] বিচক বৰ্ণৰ উত্তৰাধিকাৰী-সূত্ৰে পোৱা

কৰিলে আৰু তলৰ জাতৰ মানুহৰ শিক্ষা-দীক্ষা বন্ধ কৰি তেওঁলোকৰ প্ৰভুত্ব একচেটীয়া কৰিলে। আন ফালে বিদেশী বলী শত্ৰুৰ হাতৰ পৰা ছোৱালী-ইতক ৰক্ষা কৰিবলৈ কেচুৱাতে সিইতক বিয়া দিয়াৰ ব্যৱস্থা কৰিলে। সময়ৰ সোঁতত ঘাই নীতি-নিয়মৰ ওপৰত আপদৰ অযুগুতৰূপে তৰা এই মকৰাজালবোৰেই প্ৰধান হৈ জিলিকি উঠিল আৰু তাৰ ফলত নিম্নশ্ৰেণীৰ মানুহ পশুৰ শাৰীত আৰু তিৰুতাবিলাক পুৰুষৰ এক প্ৰকাৰ ভোগৰ সামগ্ৰী হৈ শয্যা-সঙ্গিনী আৰু দাসী ৰূপে গণ্য হ'ল। আজি নীচ জাতৰ মানুহ—লাগে বৃহস্পতিৰ দৰে পণ্ডিত আৰু যুধিষ্ঠিৰৰ দৰে ধাৰ্ম্মিকেই হওক উচ্চ জাতৰ মানুহৰ ঘৰত সোমালে চক পেলনি যায়; ৰমণীসকলো কৃপণৰ ধনৰ দৰে গাপ লাগি আজি কঙ্কালাবশিষ্ট। কিন্তু বৰ্ত্তমান সমদৰ্শী ৰজাৰ শাসনৰ তলত আকৌ ব্যক্তিগত স্বাধীনতাৰ দিন আহিছে, আকৌ পূৰ্ব্ব-গৌৰব লাভ কৰিবৰ দিন ওচৰ চাপিছে। মোৰ এইবোৰ কথা কেতিয়াবা কেতিয়াবা দুই এজন লগৰীয়াক কৈছিলোঁ; কিন্তু চলিত প্ৰথা ঘৃণনীয় বুলি স্বীকাৰ কৰিও সমাজৰ ভয়ত তেওঁলোক প্ৰকাশ্যভাবে তাৰ বিপক্ষে থিয় দিবলৈ অসম্মত হয়। গতিকে, ইমান দিন মোৰ ভাব চিন্তা কল্পনা আৰু স্বপ্নৰ কাহিনী হৈয়েই থাকিল। আজি প্ৰতিমাত মোৰ আদৰ্শৰ আভাস দেখিবলৈ পালোঁ; মোৰ হিয়া আনন্দত নাচি উঠিল। মনে মনে ভাবিলোঁ মোৰ যদি প্ৰতিমাৰ দৰে কোনোৱা বন্ধু থাকিলহেঁতেন।

(৩)

মই প্ৰতিমাক ভাল পাওঁ,—— বৰ ভাল পাওঁ। অনসূয়া বা প্ৰিয়ম্বদাই শকুন্তলাক যেনে ভাল পাইছিল, ময়ো প্ৰতিমাক তেনে ভাল পাওঁ। প্ৰতিমা শিক্ষিতা, তেওঁ লিখা-পঢ়া জানে, বোৱা-কটা জানে, ৰন্ধা-বঢ়া জানে, গান-বাজনাও জানে। আন কি, নিৰ্ভীক ভাবেৰে যাৰে তাৰে লগত কথা-বতৰা পাতিব পাৰে, সভা-সমিতিত যোগ দিয়ে আৰু ৰাজনীতি-সমাজনীতিৰ আলোচনাও কৰে। সেই দেখিয়েই মই প্ৰতিমাক ভাল পাওঁ ——প্ৰতিমাৰ বেহৰূপ চাওঁ!

(৪)

কেতিয়াবা কেতিয়াবা এটা মূৰৰ পৰা তাড়িৎ গুলাই আন এটা মূৰলৈ যায় নে নাযায় আৰু তেনেকৈয়ে এজনৰ মনোভাব আন এজনে জানিব পাৰে নে নোৱাৰে, সেইটো বৈজ্ঞানিক পণ্ডিতে স্থিৰ কৰিব। মই কিন্তু ক'ব পাৰোঁ যে, কেনেবাকৈ আমাৰ মনোভাব চলা-ফিৰা কৰিছিল। মই প্ৰতিমাক যেনে ভাল পাইছিলোঁ, প্ৰতিমায়ো মোক তেনেকৈয়ে ভাল পাইছিল। কিবা এটা অজ্ঞাত শক্তিৰ বলত প্ৰতিমাই জানিব পাৰিছিল যে ময়েহে মাথোন তেওঁৰ কাৰ্য্যকলাপৰ পক্ষপাতী; আনবোৰে তেওঁৰ আদৰ্শক প্ৰশংসা কৰা দূৰৰ কথা, গধূলি চ'ৰা ঘৰত বহি তাৰ বিপক্ষেহে আলচ কৰে। প্ৰতিমা তেতিয়া মোৰ ওচৰ চাপিল। মানুহৰ অন্ধ-বিশ্বাস গুচাবলৈ, সমাজৰ সংস্কাৰ সাধন কৰিবলৈ, কি কৰা উচিত সেই বিষয়ে মোৰ লগত আলচ কৰিবলৈ আগ

বাঢ়িল; স্ত্রী শিক্ষাৰ প্রচলন আৰু তাৰ প্রধান অন্তৰায় বাল্য-বিবাহ নিবাৰণৰ নিমিত্তে প্রতিমাৰ সদায় আগ্রহ। যদিও এইবোৰ কাৰ্য্যৰ সুফল সহজে লাভ কৰিব নোৱাৰি, তথাপি নেৰানেপেৰা চেষ্টাই অলপ নহয় অলপ কাম নকৰি নাথাকে। মই প্রতিমাৰ কাৰ্য্য দেখি নথৈ সুখী হলোঁ আৰু তাত তেওঁক উৎসাহ দি পৰাপক্ষত সাহায্য কৰিবলৈকো প্রতিশ্রুত হলোঁ। কিয়নো, মোৰ বিশ্বাস——তিৰুতাৰ বিষয়ে ভাবিবলৈ তিৰুতাৰেইহে বেচি অধিকাৰ আছে।

লাহে লাহে প্রতিমাৰ লগত মোৰ ঘনিষ্ঠতা বেচি হৈ আহিবলৈ ধৰিলে। প্রতিমাই মোক এতিয়া ককাই-দেউ বুলি মাতে আৰু মোৰ আগত কোনো কথা কবলৈ সঙ্কোচ নকৰে! আন কি, কেতিয়াবা ঠেহ পাতিও বহে। মুঠতে ককাইদেৱাকৰ পৰা কেনেকৈ আদৰ-সাদৰ আদায় কৰিব লাগে, তাক প্রতিমাই ভালকৈ জানে। সেই কাৰণে মই তাইক আৰু ভাল পাওঁ—মৰম কৰোঁ। এদিন মোৰ এটা কথা সুধিবৰ মন গ'ল। মই আৰ-ভাৰ মুখে শুনিবলৈ পাইছিলোঁ। প্রতিমা হেনো বিধৱা, কিন্তু কথাটো কিমান সঁচা বুজিব নোৱাৰিছিলোঁ। তাতে শুনা কথা সকলোবিলাক বিনা-প্রমাণে বিশ্বাস কৰা মোৰ স্বভাৱ নহয়; সেই দেখি এদিন প্রতিমাকেই তাৰ সত্যাসত্যৰ বিষয়ে সুধিলোঁ। মোৰ প্রশ্নত প্রতিমাৰ হাঁহিমুখ বিষণ্ণ দেখা গ'ল, চকু ঢুলঢুলীয়া হ'ল। অলপ বেলি নিতাল মাৰি থাকি প্রতিমাই গহীনাই ক'লে—"মই সধবা, বিধবা আৰু কুমাৰী।"

মই একো বুজিব নোৱাৰি অবাক হলোঁ; ভাঙ্গি-পাতি কবলৈ অনুৰোধ কৰিলোঁ।

প্ৰতিমাই এটা দীঘল হুমুনিয়াহ কাঢ়ি কবলৈ ধৰিলে,—"ককাইদেউ, আপুনি যি প্ৰশ্ন সুধিলে, তাৰ উত্তৰ দিবলৈ মোৰ হিয়া ফাটি-ছিটি যায় যেন লাগে। ককাইদেউ, সি আজি কেইবা বছৰৰো কথা। মই তাক নিজ মুখে কাকো নকম বুলি ভাবিছিলোঁ। কিন্তু আপোনাক ক'ম; কাৰণ আপুনি বুজিব মোৰ প্ৰাণৰ কথা,—শোকৰ কাহিনী। শুনক—মোৰ যেনো বিয়া হৈছিল। মোক নোৱাই-ধুৱাই হোমৰ গুৰিলৈ নিয়া মোৰ মনত আছে। বুঢ়া এটাকো আনি তাতে বহুৱাইছিল; কিন্তু কি ধেমালি কৰিছিল মই হলে একোকে বুজা নাছিলোঁ! তাৰ পাচত বছৰচেৰেক গলত, যেতিয়া মই অলপ জনা-বুজা হলোঁ, কিছু লিখা-পঢ়াও শিকিলোঁ, তেতিয়া জানিব পাৰিলো যে সেই বুঢ়ায়েই মোৰ গতি জীৱনে-মৰণে। তেতিয়া মোৰ প্ৰাণত কি আঘাত লাগিল, কাক ক'ম, কোনে বুজিব! হৰি! হৰি! তিৰুতা কি জড় পদাৰ্থ যে সিহঁতৰ ইচ্ছা-অনুৰোধ উপেক্ষা কৰি পুৰুষৰ যি ইচ্ছা তাকে কৰিব! সিহঁতৰ কি সুখ-দুখ নাই? সিহঁতৰ কি ভবা-চিন্তাৰ শক্তি নাই? কওকচোন; আপোনাৰ ইচ্ছা নোহোৱাকৈ কিবা কৰিবলৈ বাধ্য হব লগা হলে, আপুনি দুখ পাব নে নাপায়? যদি পায়, তেনেহলে আমাকনো অজান অৱস্থাত অজ্ঞান গৰু-ছাগলী দৰে যি ইচ্ছা তাকে কৰে কিয়? আমি নো কি মহাপাপ কৰিলোঁ? আৰু বিয়া! ইকি কেচুৱাৰ ধেমালি? যদি নহয়,

যদি বিবাহতেই মানৱ জীৱনৰ সুখ-শান্তি নির্ভৰ কৰে, যদি ই দুটি প্ৰাণ গোটাই একেলগ কৰে, তেনেহলে অন্ততঃ তাৰ মানে বুজিবলৈকো আমাক অৱসৰ নিদিয়ে কিয় ? যদি আমাক জড় বুলিয়েই ভাবে, যদি আমাৰ সুখ-দুখৰ অনুভূতি নাই বুলিয়েই আপোনালোকৰ বিশ্বাস, তেন্তে ওপজোঁতেই টেটুত চেঁপা দি মাৰি নেপেলাই কিয় ? আপোনালোকৰ উৎপীড়ন আৰু লাঞ্ছনা ভোগ কৰাতকৈ মৃত্যু শত গুণে শ্ৰেয়ঃ। আপোনালোকে জুপুৰি বহা এৰি পকী ঘৰত থাকিবলৈ শিকিছে, চলন-ফিৰণ খোৱা-লোৱাত নতুন কিবা হৈ উঠিছে, কিন্তু আমাৰ ওপৰত চলোৱা শাসন-নীতিৰ লৰচৰ কেতিয়াও ঘটিব নোৱাৰে ; সি সদায় একে হৈয়েই থাকিব, কাৰণ তাত আপোনালোকৰ নাৰকীয় নীচ স্বাৰ্থ আছে। সেই দেখিয়েই আপোনালোকৰ শাস্ত্ৰই তিনি কুৰীয়া বৰলাক দহজনী কেচুৱা ছোৱালী বিয়া কৰাবলৈ আগ বঢ়াই নিয়ে, সমাজে দবনি পিটি খাই আনন্দ প্ৰকাশ কৰে ; কিন্তু পিয়াহ খোৱা ছোৱালীৰ খেলাৰ পুতলা স্বামীৰ মৃত্যুত ইহকাল পৰকাল একেবাৰেই যায় ! এয়ে আপোনালোকৰ শাস্ত্ৰ ! এয়ে আপোনালোকৰ ধৰ্ম্ম ! এনে-কুৱাযেই আপোনালোকৰ সমাজ ! এনে স্বাৰ্থপৰ সমাজক পদাঘাত কৰা উচিত। ককাইদেউ, ক্ষমা কৰিব, মনৰ আবেগ দমাব নোৱাৰি যাই কথা এৰি কিবাকিবি বকিলোঁ। মই যেতিয়া বুজিলোঁ, মৰিবলৈ মাথোন দুদিন বাকী থকা সেই বুঢ়ায়েই মোৰ স্বামী, মই তেতিয়া তেওঁক গ্ৰহণ কৰিবলৈ অমান্তি হলোঁ। য'ত প্ৰেমৰ কণিকা মাত্ৰ নাই, য'ত বয়সৰ মিল পৰ্য্যন্ত পোৱা নাযায়,

যাক কি বস্তু মই বুজা নাছিলোঁ। তাত জীৱন বলি দিয়া নিৰ্ব্বোধৰ বাহিৰে আনৰ কাম হব নোৱাৰে। মুঠতে কওঁ মই সেই বিবাহক বিবাহ বুলি স্বীকাৰ কৰিব নোৱাৰোঁ। আৰু তেনে কৰিবলৈ যোৱা যুক্তিৰ অভাৱ। বিচাৰবিহীন আচাৰ সৰ্ব্বনাশৰ মূল। তিৰোতাৰ প্ৰতি এনে অন্যায়-অবিচাৰ কৰাৰ ফলতেই আজি ভাৰতৰ নাৰী সমাজ অশিক্ষিতা হৈ সৰ্ব্ব পুত্ৰ কন্যাৰ জননী হবলৈ বাধ্য হৈছে আৰু তাৰ ফলতেই ভাৰতবাসীৰ এই অধঃপতন। আপোনালোকে ধৰি থাকক খামোচ মাৰি আপোনালোকৰ সমাজখনকে, মই কিন্তু তাৰ বান্ধ-ছাট নামানোঁ, তাৰ লগত শক্তিৰে আটে মানে যুঁজিম। ধৰ্ম্মত মতি ৰাখি, ভগৱন্তৰ নিৰ্ম্মালি শিৰত লৈ যিহকে যুক্তিযুক্ত দেখোঁ তাকে কৰি যাম। আনকি, আপোনাক কৈ থওঁ, মনে মনে মিলা মানুহ পালে বিয়াও কৰাম, আপোনালোকে পতিতা বুলি ঘিণ কৰাটো মই ভয় নকৰোঁ। এয়ে মোৰ জীৱনৰ কাহিনী। মোৰ লগত তোমৰ ওচৰত লুকুওৱা প্ৰয়োজন মৰিলে নে অপাচ মই কব নোৱাৰোঁ। সেই দেখি আপোনালোকৰ হিচাপত মই সধবা নাইবা বিধবা হবই লাগিব। মই কিন্তু সেই কথা স্বীকাৰ নকৰোঁ, মই জানো মই এতিয়াও কুমাৰী হৈয়েই আছোঁ। আপোনাৰ এতিয়া যেনে ইচ্ছা তেনেকৈ ধৰি ল'ব পাৰে।"

কথা শেষ হ'ল। প্ৰতিমাই মোৰ ওচৰত বিদায় লৈ ঘৰলৈ গ'ল। মোৰ কাণত কিন্তু কথাখিনি বাজিবলৈ ধৰিলে। যদিও প্ৰতিমাৰ দুখত মোৰ অন্তৰ ব্যাকুল হৈ উঠিছিল, তথাপি কথাখিনি

শুনি ভাল লাগিল। ৰাতি শোওঁতেও মই সেই কথাখিনিকে ভাবিবলৈ ধৰিলোঁ। ঘনে ঘনে প্ৰশ্ন উঠিল,——"প্ৰতিমা কি? সধবা নে বিধবা নে কুমাৰী?"

# এটি চুমা।

## ( ১ )

বসন্তৰ প্ৰীতি-উপহাৰ মোহন সাজ পিন্ধি, পৃথিৱী ৰসিকা বিলাসিনীৰ দৰে হাঁহিমুৰা। গাত নতুন সাজ, খোপাত নতুন ফুল পিন্ধি পুষ্পলতিকাই বতাহৰ চেৱে চেৱে গা নচুৱাই, নতুন সাজেৰে শুৱনি তৰুক আলিঙ্গন কৰিবলৈ অগ্ৰসৰ। থুপ থুপ কৰে বহি মিচিকিয়া হাঁহিৰে মেল পতা ডেকা-গাভৰুৰ দৰে, ফুলনিত বহি গোলাপ, নাহৰ, সেউতী, মালতী প্ৰভৃতি ফুলকোৱঁৰ আৰু কুৱঁৰী-সকল চুমা-চুমি কৰি ৰঙ্গত উতলা। তাৰ ওপৰত অলপো চেঁকা নোহোৱা সুনীল আকাশ; তাৰ বুকুও সৰু সৰু উজ্জ্বল তৰা-ফুলেৰে ঝমক-জমক। সেই গগন-ফুলনিৰ কোলাত বহি, চন্দ্ৰই জগতক সুবিমল চেঁচা আলো বিতৰণ কৰিছে। আহা, কি মধুৰ! জোনৰ ৰশ্মিত বুৰ গোৱা মলয়াৰ বাত হালি-জালি ৰং কৰা ফুলৰ মালা পিন্ধি তাৰকা-খচিত ওৰণিৰে মুখ ঢকা নিশা-ৰাণীৰ ছবিখনি কেনে মনোহৰ!—কেনে ভাবোদ্দীপক!! অকল সেয়ে নহয়,

তাতে আকৌ বসন্তৰ লগৰীয়া কুলিৰ কুহু তান, প্ৰকৃতিৰ আধা ফুটা গীতৰ ধ্বনি! সোণত সুৱগা। কাৰ প্ৰাণ ইমান কঠিন যে এই সৌন্দৰ্য্য-সুধা পান কৰিও কোমল নহব?

এনে বাসন্তী ৰজনীৰ আৰম্ভণতে এদিন দুটি কমনীয় লৰা-ছোৱালী এখন শুৱনি ফুলনিত প্ৰবেশ কৰিলে। লৰাটিৰ বয়স দহ বছৰ আৰু ছোৱালীটিৰ আঠ বছৰ। দুয়োৰে মুখ দুখনি এনে প্ৰীতিদায়ক যে দেখিলেই মৰম কৰিবৰ মন যায়; বুকত সুমুৱাই লৈ একোটি চুমা খাবলৈ ইচ্ছা হয়! দুয়ো হাত ধৰাধৰিকৈ ঘূৰি ঘূৰি ফুলনিৰ শোভা চাই শেহত এটা শিলৰ ওপৰত মুখামুখিকৈ বহিল। সেই বাসন্তী ৰজনীৰ আচলত জিলিকি থকা ফুলবিলাকৰ ভিতৰত ফুলৰ নিচিনা সৌন্দৰ্য্য-বিকাশক তেওঁলোকৰ সেই মুখৰ সৌন্দৰ্য্য আৰু বাঢ়ি উঠিল। ফুলনিখনেও এই নবীন অঙ্গাভৰণেৰে ভূষিত হৈ নিজক ধন্য মানিবলৈ ধৰিলে। অলপ পাচতে সৌ ৰৰষা কোমল মাতেৰে দুয়োটিয়ে সম-সুৰেৰে গাবলৈ ধৰিলে; —

বাৰৰ ছাটিত হালি-জালি নাচে কলা ফুল।
বগাই ফুলে ফুলে মউ পিয়ে অলিকুল।
গছৰ ডালত বহি কুলি.
পঞ্চমত ৰাগিণী তুলি,
গীতত ধৰি　　চিত্ত হৰি
ঢালে সুধাধাৰ;
আহাঁ মিলি, ৰঙ্গত ভুলি, পিন্ধোঁ প্ৰেম-ফুল।

আহা, কি অমিয়া বৰষা সুৰ! কি কোকিল-নিন্দিত কণ্ঠস্বৰ! কি অপূৰ্ব্ব ভাবৰ ঢৌ। কি পবিত্ৰ প্ৰেমৰ উৎস! বনদেৱীসকল স্তব্ধ হৈ গীতৰ মোহনীত তন্দ্ৰাভিভূত; তৰুবিলাক গীতৰ আকৰ্ষণত অলৰ; একেথৰে শুনি থাকি ভোল গৈ, গীতৰ তৰঙ্গ বিস্তাৰ কৰি বায়ুদেৱ আনন্দত বলিয়া! গীতত ভোল যোৱা কুলি সেই সুৰত লজ্জা বোধ কৰি নীৰৱ! তাৰ পিচত—তাৰ পিচত গোটেই স্তব্ধ। ইটিয়ে সিটিৰ মুখলৈ চাই লৰা-ছোৱালীহালিও কিবা এটি নিস্ফুট বীণাৰ সুৰত মুগ্ধ!

অলপমান বেলিৰ পাচত ছোৱালীটীয়ে ক'লে—"ৰবি, তুমি হেনো ইয়াৰ পৰা যাবা? তুমি গলে মই অকলশৰীয়া হব লাগিব যে! তেতিয়া কাৰে সৈতে উমলিম?"

ৰবি।—এৰা কমল, লাগিব যাব। দেউতা চৰকাৰী কামৰ মানুহ, বদলি কৰিছে যেতিয়া নগলে কেনেকৈ হব? আৰু তেওঁ গলেই আমিও যাব লাগিব।

কমল।—কিয় তুমি আমাৰ ঘৰতে থাকিও পঢ়িব পাৰিবা নহয়। যাব নো লাগিছে কেলেই?

ৰবি।—দেউতাই এৰি গলেহে!

কমল।—বাৰু ইয়াৰ পৰা গলায়েই, আকৌ ঘূৰি আহিবা নে?

ৰবি।—সেইটো নো কেনেকৈ ক'ম কমল! দেউতাই পঠিয়ালেহে আহিব পাৰিম।

কমল।—তেনেহলে আমাক একেবাৰেই পাহৰি যাবা, নহয়?

ৰবি।—নাপাহৰোঁ কমল, চকুৰে দেখাদেখি নহলেও এতিয়াৰ সোঁৱৰণি মনত থাকিব নহয়! আৰু ঘনাই চিঠিও লিখি থাকিম।

কমল।—ৰবি, ইয়াৰ পৰা কেতিয়াকৈ যাবা তুমি?

ৰবি।—আৰু এসপ্তাহমানৰ পিচত, কমল!

কমলেশ্বৰীৰ চকু চুলচুলীয়া হ'ল। চকুত হাত দি তল-মূৰ কৰিলে। ৰবিনাথে ক'লে—"কমল, বলা এতিয়া যাওঁ, পণ্ডিত আহিবৰ সময় হৈছে।"

তাৰ পাচত দুয়ো ধীৰে ধীৰে ফুলনিৰ পৰা ওলাই আহিল।

( ২ )

ৰবিনাথ দেৱনাথ বৰুৱাৰ পুত্ৰ আৰু কমলেশ্বৰী কৃষ্ণকান্ত হাজৰিকাৰ কন্যা। এওঁলোকৰ দুয়ো পৰিয়ালৰ ভিতৰত ইমান মিলাপ্ৰীতি আৰু থকা ঘৰ ইমান ওচৰাওচৰি যে নজনা মানুহে দুয়ো ঘৰৰ পাৰ্থক্য অনুভৱ কৰিব নোৱাৰে। দুয়ো ঘৰৰ গৰাকী চৰকাৰী বিষয়া আৰু ধনী মানুহ। ৰবি আৰু কমলক একেজন ঘৰুৱা শিক্ষকেই পঢ়ায়। সৰুৰে পৰা একে লগে ধেমালি কৰি ডাঙৰ হওঁতে, একে ঘৰতে একেজন শিক্ষকৰ তলতে লিখা-পঢ়া শিকোঁতে ৰবি আৰু কমলৰ মন উভয়ৰ প্ৰতি এনেকৈ ঢাল ল'লে যে এই লৰা ছোৱালী দুটিৰ মধুৰ প্ৰেমৰ দৃশ্য দেখি ভোল যাব লগা হয়।

পঢ়া ঘৰটোৰ পিচ ফালে এখন ফুলনি। তেওঁলোকে সন্ধ্যা সময়ত ফুলনিত সোমাই বং ধেমালি কৰে আৰু শিক্ষক অহাৰ

আগেয়ে পঢ়া ঠাইত উপস্থিত হয়। ফুলনিৰ পৰা ওলাই আহি আজিও তেওঁলোকে নিজ নিজ ঠাইত বহি পঢ়িবলৈ ধৰিলে; কিন্তু দুয়ো জনেই আজি কিছু অন্যমনস্ক, দুয়োৰে মুখ দুখনি মৰা।

( ৩ )

ওপৰত কোৱা ঘটনাৰ এসপ্তাহৰ পাচত দেৱনাথ উপৰায়া কৰ্ম্মচাৰীৰ আদেশ মতে তাৰ পৰা থিতি লৰাবলৈ বাধ্য হ'ল। তেওঁৰ আচল ঘৰ ইয়াত নহয়; চৰকাৰী কাম-উপলক্ষে বদলি হৈ আহি হে হাজৰিকাৰ কাষতে ঘৰ সাজি লৈছিল। এতিয়া আকৌ বদলি হৈ তাৰ পৰা যাবলৈ ওলাল; বন্ধু-বান্ধৱাদিৰ ওচৰত বিদায় লৈ জাহাজত উঠিল। ৰবিনাথ যদিও সৰু লৰা, সংসাৰৰ গতি-গোত্ৰ বুজিবৰ এতিয়াও নৌ হয়, তথাপি চকু-লোৰে তিতা কমলৰ মুখখনি দেখি কিবা এটা অজ্ঞাত চিন্তাত ব্যাকুল হৈ পৰিছিল; এৰাএৰি হবলৈ তেওঁলোক কিমান অনিচ্ছুক,—কিমান কাতৰ! সি যেই নহওক সংসাৰত মানুহৰ ইচ্ছানুযায়ী অৱস্থা-লাভ সচৰাচৰ নঘটে। তেওঁলোকৰ এৰাএৰি হ'ল। মানুহৰ এৰাএৰি হ'ল সঁচা, কিন্তু মনৰ এৰাএৰি ন'হল।

( ৪ )

দিন যায়; নাথাকে। লগে লগে পৃথিবীৰ প্ৰায়বোৰ বস্তুৰেই আপোন অৱস্থাৰ সাল-সলনি ঘটে। বসন্ত-বিলাসিনী পৃথিবী তপন-তাপ-পীড়িতা হৈ শোভাহীনা হয়, বাসন্তী শোভা নাথাকে।

যুৱতীৰ মনমোহা সৌন্দৰ্য্য জৰাৰ আক্ৰমণত খান-খিত হৈ ক্ৰমাই আঁতৰ হয়, যৌৱনৰ সেই অদম্য উৎসাহ, সেই ভেঁটা দিব নোৱৰা বাসনাৰ সোঁত অন্তৰ্হিত হয়। কিন্তু যদিও যৌৱনৰ বাসনা-প্ৰবাহত উটি প্ৰণয-ঢাকনীৰে ঢকা স্বাৰ্থৰ উচতনিত বিলোৱা কুৎসিত প্ৰেম সদাই খন্তেকীয়া, তথাপি আত্মাই আত্মাই গাঁথা প্ৰাণে প্ৰাণে জোৰা মিলোৱা দুটি প্ৰাণীৰ অন্তৰৰ পৰা কালৰ প্ৰবাহে মধুৰ পবিত্ৰ স্মৃতি-পট খনি আঁতৰাব নোৱাৰে; পাহৰণি তেওঁলোকৰ ওচৰত সদায় পৰাস্ত। কালৰ সোঁতে যিমান কি ঘটনাৰ লৰচৰ নকৰক, পবিত্ৰ স্মৃতিৰ ওপৰত তাৰ হাত নাই। কেচুৱাৰে পৰা একেলগে থাকি, একেলগে পঢ়ি-শুনি প্ৰাণে প্ৰাণে ভাল পাবলৈ শিকা ৰবি আৰু কমলৰ মনতো যে সেই স্মৃতি চিৰকাল মচ্ছা নোযোৱাকৈ থাকিব তাত বিচিত্ৰ কি! সময়ৰ লগে লগে তেওঁলোকৰ শাৰীৰিক অৱয়ৱৰ পৰিৱৰ্ত্তন ঘটিল, কিন্তু তেওঁলোকৰ মনৰ সোঁৱৰণি আগতকৈও বেচি মধুময় হৈ উঠিল। এতিয়া তেওঁলোক উমলি-ভাত-খোৱা কেঁচুৱা নহয়। এতিয়া ৰবি বিশ্ববিদ্যালয়ৰ পৰীক্ষাত উত্তীৰ্ণ হোৱা ডেকা, আৰু কমল,——কমল আগতকৈও অধিক সৌন্দৰ্য্যশালিনী, যুৱতী, জীৱনৰ লাগতিয়াল সকলো কামতে পাৰ্গতা মোহিনী নাৰী। এতিয়াও দুয়োৰে প্ৰতি দুয়োৰো ভালপোৱা আগৰ দৰেই খৰ-প্ৰবাহিণী। তেওঁলোকৰ ইচ্ছা, তেওঁলোকৰ সেই দুটি জীৱন-স্ৰোত এটিত পৰিণত কৰি সাংসাৰিক কৰ্ত্তব্য সাধি, অন্তিম সিন্ধুত মাৰ গৈ চিৰ-মিলন-সুধা পান কৰে। কিন্তু সি লীলাময় বিধাতাৰ ইচ্ছা।

( ৫ )

এদিন ৰবিনাথ অকলৈ বহি কিবা কিতাপ এখন পঢ়ি আছে, এনেতে এখন চিঠি আহি তেওঁৰ হাতত পৰিল। তেওঁ চিঠিখন মেলি চাই দেখিলে বিয়াৰ নিমন্ত্ৰণ চিঠি। কাৰ বিয়া? কমলৰ! হঠাৎ ৰবিৰ মুখ শুকাই গল; শিৰে শিৰে বিষাক্ত ধুমুহা বলে ধৰিলে; বজ্ৰাহত লোৰ দৰে গোটেই শৰীৰ কঁপি উঠিল। কমলৰ বিয়া! তেওঁ হেপাহ-চকুৰে মানসী প্ৰতিমা খনি চাই থাকোঁতে থাকোঁতেই আনৰ লগত তেওঁৰ বিয়াৰ বাতৰি। উঃ! কি দাৰুণ বজ্ৰপাত। ৰবিয়ে এতিয়া কি কৰিব! বিয়ালৈ যাবনে নাযাব!

বহুত বেলি ভাবি চিন্তি তেওঁ বিয়ালৈ যাবলৈ ঠিক কৰিলে। মনে মনে ক'লে,— —"বিধাতাৰ ইচ্ছাত আমাৰ আশা পূৰ নহল। সেই বুলিয়েই মোৰ বাল্য-বন্ধুৰ বিবাহত যোগ নিদিম কিয়? আমাৰ প্ৰেমৰ পৰিণাম যদিও আশানুৰূপ নহ'লগৈ, তথাপি সেই বাল্য প্ৰেমৰ স্মৃতি আতৰিবলৈ দিম কিয়? সেই পুৰণি অথচ নিত্য নতুন ছবিটি মনৰ পৰা মচি পেলাম কিয়?

বিয়ালৈ তিনি দিন থাকোঁতেই ৰবিনাথ কমলৰ বিবাহ-উৎসৱত যোগ দিবলৈ কৃষ্ণকান্তৰ ঘৰ পালেগৈ।

(৬)

কমল আৰু ৰবিৰ দেখাদেখি হওঁতে বেচি পলম নহ'ল। প্ৰথম দৰ্শনতে দুয়োৰে চাৰি চকুৰ প্ৰেমাশ্ৰু একেধাৰা হৈ-বৈ গ'ল।

ৰবিয়ে ক'লে—"কমল, আজি বহুত দিনৰ মূৰত এই চকুৰ দেখা দেখি।"

কমল।—সঁচা ৰবি; কিন্তু নিভাঁজ ভালপোৱাই চকুৰ দেখাদেখিলৈ অপেক্ষা নকৰে।

ৰবি।—সি যেন নহওক, এইটো এটা সুখৰ বাতৰি যে তুমি তোমাৰ কৰ্ত্তব্য সাধনৰ নিমিত্তে পৰিণীতা হ'বা। আশা কৰোঁ, আৰু ঈশ্বৰক খাটোঁ। যেন তোমাৰ বৈবাহিক জীৱন সুখময় হয়।

কমলৰ মুখখনি সেঁতা পৰি গ'ল। লাহে লাহে ক'লে,—'তুমি কিয় বিয়া নকৰোৱা ৰবি?"

ৰবি।—বিয়া কৰিবলৈ ইচ্ছা নাই।

কমল।—বিবাহৰ প্ৰতি তোমাৰ এনে অশ্ৰদ্ধা কিয়?

ৰবি।—মই কাকো ভাল পাব নোৱাৰোঁ। ভাল পাব নোৱাৰিলে বিয়া কৰোৱা কেতিয়াও উচিত নহয়। সি মানুহক নীচ কৰে।

কমল।—অসম্ভৱ কথা কিয় কোৱা ৰবি? তোমাৰ হৃদয়ত ভাল পোৱা নাই।

ৰবি।—অসম্ভৱ নহয় কমল; ই একেবাৰেই সঁচা কথা। মোৰ হৃদয় পাষাণ-সদৃশ।

কমল।—তথাপিও মোৰ বিশ্বাস নহয়; তুমি জীৱনত কেতিয়াও কাকো ভাল পোৱা নাই নে বা পাব নোৱাৰিবা নে?

ৰবিৰ বুকু কঁপি উঠিল। কোনোমতে আত্ম-সম্বৰণ কৰি কলে;——"তোমাৰ এই প্ৰশ্ন কিয়, কমল?"

কমল।—মোৰ শুনিবৰ মন গৈছে, আজিৰ দিনত তাৰ নিতান্ত আৱশ্যক আছে।

ৰবি।—মই যদি কাৰবাক ভাল পাইছিলোঁ, তেনেহলে আগলৈকো তেওঁকেই ভাল পাম; আৰু নতুনকৈ কাকো ভাল পাব নোৱাৰোঁ।

কমল।—জানিব পাৰোঁ নে কোন সেই ভাগ্যৱতী?

ৰবি।—সেই কথা মই নিজে জনাৰ বাহিৰে আনে নুশুনাই ভাল আৰু শুনাবলৈ মোৰ ইচ্ছা নাই।

কমল।—অন্ততঃ সেই কথা আজি মোক শুনাব লাগিব।

ৰবি।—ক্ষমা কৰিবা, কমল

কমল।—ৰবি, মই তো তোমাৰ বৰ মৰমৰ আছিলোঁ। তোমাৰ এটা সামান্য বিশ্বাসৰ কথাও মোক কবলৈ টান পোৱা নে?

কমলৰ চকু চলচলীয়া হৈ পৰিল।

ৰবি।—কমল! ধীৰা নহবা তুমি। মই তোমাক অবিশ্বাস কৰি নোকোৱা কথা নাই। কমল তুমিয়েই মোৰ একমাত্ৰ বন্ধু। তোমাক নক'লে নো মোৰ প্ৰাণৰ কথা কাক ক'ম? কিন্তু তোমাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ যে এতিয়া মই অপাৰগ।

কমলৰ সন্দেহ বেচি হ'ল। মুখেৰে একো নকৈ ৰবিৰ মুখলৈ কাতৰ চকুৰে চাই থাকিল। সেই দৃষ্টিয়ে যেন ভাষাৰে প্ৰকাশ কৰিব নোৱৰা কত কথা কৈ দিলে। ৰবিয়ে আৰু ধৈৰ্য্য ধৰিব নোৱাৰিলে। কাতৰ স্বৰেৰে কবলৈ ধৰিলে:—"কমল,

কমল, স্থিৰ হোৱাঁ কমল। তুমি যেতিয়া শুনিবলৈ আকুল হৈছা, মোৰ কবৰ ইচ্ছা নাথাকিলেও কওঁ। শুনিবলৈ সাজু হোৱাঁ। মই ভাল পাইছিলোঁ, ভাল পাওঁ আৰু ভাল পাম এক মাত্র তোমাক। তোমাৰ স্নেহেৰে, তোমাৰ ভালপোৱাৰে মোৰ হৃদয় পুৰ, আনলৈ তাত ঠাই নাই। তুমি মোৰ হব নোৱাৰা, তাক মই এক ৰকম বুজিছিলোঁ। কাৰণ তোমাৰ দেউতাৰাই মোক আৰু আমাৰ পৰিয়ালৰ সকলোকে মৰম কৰিলেও, আপোন বুলি ভাবিলেও, সামাজিক নিয়ম উলঙ্ঘন নকৰে বুলি মই আগেয়ে ভাবিছিলোঁ, আৰু কাৰ্য্যতো সেয়েই হৈছে। সেই দেখিয়েই মই বিয়া নকৰাওঁ, কাৰণ তোমাৰ বাহিৰে আনক মই ভাল পাব নোৱাৰোঁ। তোমাক এতিয়া এইবোৰ কথা কোৱা মোৰ উচিত নাছিল, সেই দেখিয়েই কব খুজিছিলোঁ; কিন্তু তুমি নুশুনাকৈ নেৰিলা। যদিও মই তোমাক প্ৰাণৰ কথা শুনালোঁ, তথাপি মনত ৰাখিবা, মই স্বাৰ্থপৰ পশু নহওঁ। মই ভাল পাওঁ বুলিয়েই তোমাক তোমাৰ কৰ্ত্তব্য পথৰ পৰা পিছলাবলৈ কেতিয়াও চেষ্টা নকৰোঁ; যেন সপোনতো তেনে ভাব মোৰ মনলৈ নাহে। সকৰে পৰা ভাল পাবলৈ শিকিছোঁ, এতিয়াও ভাল পাম; সেয়েই মোৰ সুখ। কিন্তু তোমাৰ কৰ্ত্তব্যত কেতিয়াও বাধা নিদিওঁ; বৰং শক্তিয়ে আটেমানে সাহায্য কৰিম।

আহা! কি মহানুভৱতা! কমলে ৰবিৰ কথা শুনি গম্ভীৰ হৈ কিছুপৰ নীৰৱে ৰ'ল। তাৰ পিচত মনৰ আবেগত কবলৈ ধৰিলে;—"ৰবি, তোমাৰ ওচৰত মোৰ এটি ভিক্ষা আছে।

আজি বিদায় কালত আকৌ এবাৰ সেই লৰালিৰ স্মৃতি,—সেই পবিত্র স্মৃতি জাগ্রত কৰিবলৈ দিয়ঁা। দিবা নে ৰবি?"

ৰবি।—কি কমল।

কমল।—বেচি একো নহয়, এটি চুমা।

ৰবিয়ে কি কব একো ঠিক কৰিব নোৱাৰি থৰ হৈ ৰল; কমলে আৰু উত্তৰলৈ বাট নাচালে; ৰবিৰ ডিঙিত সাবটি ধৰি টপ কৰে চুমা খাই বিজুলী চমকনিৰ দৰে নোহোৱা হ'ল। ৰবিয়ে মাথোন একেবাৰ কথা শুনিলে;—"বিদায় প্রাণেশ্বৰ, এই জাৱনত বোধ কৰোঁ এয়ে শেষ দেখা।"

ৰবিয়ে ভাবিলে যে বৈবাহিক জীৱনত তেওঁৰ লগত দেখা হোৱাৰ সম্ভাবনা নাই দেখিয়েই কমলে এনেকৈ বিদায় লৈ গ'ল; কিন্তু তেওঁতো বিদায় দিব নোৱাৰে। কমলৰ ছবিখনি যে তেওঁৰ হিয়াৰ মাজত, প্রাণৰ লগত মিলি গৈছে।

(৭)

ই কি কথা! কালিলৈ কমলৰ বিয়া; তথাপি বিয়াৰ ধুমধাম, সাজ-সজ্জা, আনন্দ-ধ্বনি একো নাই কিয়? ঘৰৰ সকলোৰে চকু অশ্রুপূর্ণ কিয়? কাৰবাৰ কিবা হৈছে নে কি? ক'তা? বেমাৰ-আজাৰৰ তো কোনো লক্ষণ দেখা নাযায। কোনো ডাক্তৰ-কবিৰাজৰো তো সমাগম নাই! কিন্তু সকলো বিভত হৈ ফুৰিছে যে! কিবা যেন হোৱাৰা বস্তু এটা বিচাৰি ফুৰিছে! সঁচাকৈয়ে কিবা হেৰাল নে কি? ঠিক কথা, কমল তো ঘৰত নাই; ৰাতি শুই থকাৰ পৰা অদৃশ্য হৈছে।

কৃষ্ণকান্তই চাৰিও ফালে কমলক বিচৰালে আৰু নিজেও বিচাৰিলে। কিন্তু কমল নোলাল; মৃণাঙ্কৰেও কোনেও একো তত্ত্ব উলিয়াব নোৱাৰিলে। সকলোৱে ঠিক কৰিলে কিবা কাৰণত কমল আত্মঘাতিনী হ'ল। এই বিবাহত কমলৰ মত নথকাৰ কথাও বহুতে জানে; সেই দেখি বিবাহৰ আয়োজনেই তেওঁৰ নিৰুদ্দেশ বা মৃত্যুৰ মূল বুলিও কোনোৱে কোনোৱে বিশ্বাস কৰিলে। কমল নোলাল; কৃষ্ণকান্ত আৰু তেওঁৰ পত্নীয়ে ইনাই-বিনাই কান্দিলে; ভাবিলে কিয় তেওঁলোকে কন্যাৰ মতৰ বিৰুদ্ধে এই বিবাহ স্থিৰ কৰিছিল। তেওঁলোকেই যে কমলৰ মৃত্যুৰ কাৰণ হ'ল। কিন্তু কি হ'ব, এতিয়া আৰু তেওঁলোকৰ কান্দোন-কাটোনে একো গুণ দিব নোৱাৰে। "গতস্য শোচনা নাস্তি।"

ৰবিৰ দুখৰ সীমা নাই। চকু-লোৱে দুয়ো গাল তিতি গৈছে। হায়! যি কমলৰ সুখতেই তেওঁ সুখ পাবলৈ শিকিছিল, যাক পৰৰ হাতত সপিও একমাত্ৰ আন্তৰিক প্ৰীতি-পুষ্প উপহাৰৰ দ্বাৰাই সুখী হ'ব পাৰিব বুলি ভাবিছিল, সেই কমল যে চিৰকালৰ নিমিত্তে হাততে হেৰাল। তেৱেঁই তো এই বিপদৰ মূল, তেওঁৰ চেনেহতেই তেওঁৰ প্ৰেমতেই তো কমলে এনে দুঃসাহসিক কাৰ্য্য কৰিছে! এতিয়া ৰবিয়ে বুজিলে, কিয় কমলে তেওঁৰ ভাল-পোৱাৰ পাত্ৰীৰ কথা সিমান বেচিকৈ সুধিছিল; কিয় তেওঁৰ ওচৰত তেনে ভাবে বিদায় লৈছিল। কিন্তু সকলোৱে বিশ্বাস কৰিলেও, কমলে আত্মহত্যা কৰিছে বুলি ৰবিয়ে সম্পূৰ্ণ বিশ্বাস কৰিব নোৱাৰিলে। কমলে কিয় বিদায় লওঁতে "এয়ে শেষ

দেখা” বুলি নকৈ “বোধ কৰোঁ, এয়ে শেষ দেখা” বুলি কৈছিল? তেনেহলে তাৰ পৰা বুজা নাযায়নে যে আকৌ কেতিয়াবা দেখা হলেও হব পাৰে? ৰবিয়ে নিজৰ মনোভাব কাৰো ওচৰত প্ৰকাশ নকৰিলে; কিন্তু মনে মনে আশা ৰাখিলে, আকৌ এদিন তেওঁ কমলক এই জীৱনতে লগ পাব।

(৮)

বহুত অনুসন্ধানৰ পিচতো কমলক নাপাই কৃষ্ণকান্তই তেওঁৰ মৃত্যুকেই স্থিৰ কৰিলে আৰু ভগ্ন-হৃদয়েৰে কাল কটাবলৈ ধৰিলে।

কমলৰ হব-খোজা স্বামী ৰমানাথে আন এঠাইত বিবাহ কৰাই সংসাৰী-জীৱন অতিবাহিত কৰিবলৈ লাগিল।

কিন্তু ৰবিৰ—প্ৰকৃত প্ৰেমিক ৰবিৰ—লগৰ পৰা কমল আঁতৰিব কেনেকৈ? যদিও তেজ-মাংসৰ কমল তেওঁৰ ওচৰত নাই, তথাপি তেওঁৰ মানস-পটত কমলৰ ছবি বৰ্ত্তমান। সেই মুখ, সেই চকু, সেই বিতোপন সুঠাম শৰীৰ, সেই প্ৰাণ হৰা অপাঙ্গ দৃষ্টি। সেই ছবিটিয়েও যেন সদায় কয়—“ৰবি, প্ৰাণেশ্বৰ, মোক এটি ভিক্ষা দিয়াঁ; বেচি একো নহয়, এটি চুমা।”

ৰবিয়ে সেই ছবিটিকে চায়; সেই ছবিটিকে ভাল পায়; পগলাৰ দৰে সেই ছবিৰ লগতে কথা পাতে। তেজ-মাংসৰ প্ৰতিমাতকৈ সেই বেচি বিশ্বাসী! ই যে দিন-ৰাতি এখন্তকো তেওঁৰ লগ নেৰে! যেতিয়া ৰবি কামত ব্যস্ত থাকে, তেতিয়া ছবিখনি তেওঁৰ বুকুতে শুই থাকে, তেতিয়াও যে তাৰ মুখৰ হাঁহি

নগুচে! আকৌ যেতিয়া সংসাৰৰ দুখ-ভাগৰ পাহৰি, নিজানত বহি নীৰবে সেই ছবিখনি চাই, তেতিয়া সি সম্পূৰ্ণ সজীৱ হৈ উঠে; এখন্তকৰ নিমিত্তে কমলৰ সঙ্গ-সুখত ৰবি আপোন-পাহৰা হয়। ইমানতো কেতিয়াবা যে প্ৰকৃত কমলৰ নিমিত্তে তেওঁৰ প্ৰাণৰ ধাউতি নহয়, এনে নহয়। বহুত দিন তেওঁ জোনাকত বহি একেৰাহে ওপৰলৈ চাই চাই কবিতা আওৰাইছিল :—

কোৱাঁ দেৱ, কোৱাঁ সুধাকৰ,
ক'ত মোৰ কমল প্ৰাণৰ ?
তুমি ফুৰা চউ-দিশে চাই,
তোমাৰ নজনা একো নাই।
কোৱা দেৱ, কোৱাঁ দয়া কৰি,
ক'ত মোৰ আছে প্ৰাণেশ্বৰী ?
তেনে ৰূপো দেখা নাই তুমি !
মিছাতে ফুৰিছা বিশ্ব ভ্ৰমি ?
নহয় নহয় হিমকৰ,
জানা তুমি সকলো খবৰ।
প্ৰিয়া মোৰ পাৰিজাত ফুল,
তাতো তুমি কৰিবা নে ভুল ?
কোৱাঁ মোক, মাতো কৰ যুৰি,
ক'ত মোৰ হৃদয়-ঈশ্বৰী ?

কিন্তু হায়! জোনে বুবুজে তেওঁৰ কি প্ৰাণৰ ব্যথা! শুনিও শুনাৰ ভাও ধৰে! তৰাবোৰেও তেওঁক বলিয়া বুলি বিদ্ৰূপৰ

হাঁহি একোটা মাৰি গুচি যায়। হায়! কোনে বুজিব দুখীয়াৰ দুখ!

(৯)

ৰবিয়ে আৰু বিয়া নকৰালে। কমল-হীন জীৱন লৈ সংসাৰত তেওঁ কি সুখ পাব! তেওঁৰ ভব-নদীৰ নাওখনি পাতনিতে বুৰিল! আৰু কিহৰ আশা কৰি তেওঁ সংসাৰত লিপ্ত হ'ব! তেওঁ বহুত ভাবিলে, বহুত দাৰ্শনিক বৈজ্ঞানিক তথ্য আলোচনা কৰিলে। দেখিলে সকলোৰে মূলত এক প্ৰেম। আত্মা-পৰমাত্মাৰ মিলন হয় এই প্ৰেমৰ টানতেই; ভৌতিক বস্তুও যৌগিক হয় এই প্ৰেমৰ আকৰ্ষণতেই। তেন্তে তেওঁ বা কিয় কমলৰ লগত এক হৈ নাযাব! কাৰ সাধ্য, তেওঁলোকৰ এই মধুময় প্ৰেমেৰ মিলনত বাধা জন্মায়!

ৰবি তীৰ্থ ভ্ৰমণ কৰিবলৈ ওলাল। নতুন নতুন ঠাইৰ নতুন নতুন দৃশ্য চাই ফুৰিবলৈ ধৰিলে। কিন্তু তেওঁৰ চকুৱে যাক বিচাৰে, তেওঁক সে দেখা নাযায়! ক'ত কমল! কত, তেওঁৰ জীৱনৰ স্বৰ্গ, শান্তিৰ নিজৰা, সাধনাৰ ধন, ইহ-পৰকালৰ এক মাত্ৰ সহচৰী! কোনে কৈ দিব তেওঁ ক'ত আছে!

ৰবি গৈ বৃন্দাবন পালে। শ্ৰীকৃষ্ণৰ প্ৰেম-লীলাৰ কাহিনী মনত কৰি তেওঁৰ হৃদয় পুলকিত হল। তাতে দিন চাৰেক থাকিবৰ মনেৰে তেওঁ এখন আশ্ৰমত আশ্ৰয় ললে। কমলৰ প্ৰতি তেওঁৰ প্ৰেম আৰু গাঢ় হৈ আহিবলৈ ধৰিলে।

(১০)

আশ্ৰমতে এদিন ৰবিৰ শৰীৰ অসুস্থ বোধ কৰিলে। লাহে লাহে তেওঁৰ বিসূচিকা ৰাক্ষসীয়ে আক্ৰমণ কৰিলে। তেওঁ অসহনীয় যন্ত্ৰণাত অস্থিৰ হৈ পৰিল। তথাপি যেন তেওঁৰ প্ৰাণত শান্তিয়ে দেখা দিলে! তেওঁ মনে মনে ক'লে—"পৰম পিতাৰ অনুগ্ৰহত সোনকালে মুক্তি পাম। মোৰ প্ৰাণৰ কমল য'ত আছে, তালৈ যাব পাৰিম। তেতিয়া আৰু কোনেও আমাৰ বিচ্ছেদ ঘটাব নোৱাৰে।"

কিছুমান বেলিৰ মূৰত ৰবি অচেতন হৈ পৰিল। আশ্ৰমৰ তপস্বী আৰু তপস্বিনীসকলে তেওঁৰ শুশ্ৰূষা কৰিবলৈ ধৰিলে।

সংজ্ঞা আহিলত ৰবিয়ে দেখিলে তেওঁৰ ওচৰত এজনা যোগিনীয়ে একেৰাহে তেওঁৰ মুখলৈ চাই আছে। বিদায় লোৱাৰ আগতে কমলেও ঠিক এনেকৈয়ে তেওঁলৈ চাইছিল। তেওঁ অতি কাতৰ স্বৰেৰে মাতিলে:——"কমল, প্ৰিয়তমে।"

যোগিনী।—ৰবি, প্ৰাণেশ্বৰ মোৰ!

ৰবি।—সচাঁকৈয়ে নে তুমি কমল? নতুবা কোনো মায়াবিনী?

কমল।—সচাঁকৈয়ে মই কমল, তোমাৰেই সেই কমল, প্ৰাণেশ্বৰ! মোৰ জীৱন-ব্যাপী সাধনাই আজি মোৰ প্ৰাণেশ্বৰক ওচৰ চপাই আনিলে; আৰু কাৰ সাধ্য আমাৰ বিচ্ছেদ ঘটায়।

ৰবি।—কমল, এদিন তুমি মোৰ ওচৰত বিদায় লৈছিলা, আজি ঠিক সেই একেদৰেই মোক বিদায় দিয়াঁ প্ৰিয়তমে! পথৰ সম্বল স্বৰূপে মোক এটি চুমা দিয়াঁ।

কমল।—বিদায় দিব নোৱাৰোঁ প্ৰিয়তম, মোকো আৰু বিদায় নালাগে। আজি আমাৰ পূৰ্ণ মিলনৰ দিন। আজি মোৰ প্ৰকৃত যোগ-সিদ্ধি।

দুয়ো নীৰৱ হল। কমলে ৰবিৰ ডিঙিত সাবটি ধৰি প্ৰাণৰ আবেগেৰে চুমা দিলে। ৰবিৰ ওঁঠত এটি যেন হাঁহিৰ জিলিঙনি বিয়পি গ'ল।

তাৰ পাচত—তাৰ পাচত সকলো শেষ। ৰ'ল মাথোন বাহুৰ বন্ধনেৰে এক হৈ দুটি নিৰ্ব্বাক নিস্পন্দ জড়-দেহ।

ধন্য ৰবি! ধন্য কমল! ধন্য তোমালোকৰ প্ৰেমৰ সাধনা!

# আই উঠ

(১)

আমাৰ ঘৰত মানুহ মাথোন মই আৰু মোৰ আই। যিবা এটা ভাই আছিল, তাকো নিঠুৰ কালে আমাৰ বুকু শুদা কৰি অকালতে লৈ গ'ল। আই এতিয়া বুঢ়ী; সংসাৰৰ বহুতো বিপদ-আপদৰ মাজেদি ঘূৰি পকি এতিয়া জিৰণি লব লগাত পৰিছেহি। এতিয়া তেওঁৰ হাড়-ছাল মাথোন অৱশিষ্ট। কিন্তু এই শুকান দেহৰ মাজতো কি ৰসৰ উৎস, কি স্নেহৰ নিজৰা আছে, তাক ভাবিলেও শৰীৰ ৰোমাঞ্চিত হয়! চকু-লোৰে গাল

তিতি যায়! প্ৰকৃততে তেওঁ স্নেহৰ সজীব মূৰ্ত্তি, শান্তিৰ আকৰ, প্ৰেমৰ অমৃত ধাৰা। যেতিয়া মই সংসাৰৰ ঠেলাত কাতৰ হৈ হতাশ প্ৰাণেৰে ঘৰলৈ উলটি আহোঁ, যেতিয়া নানা প্ৰকাৰ দুশ্চিন্তাই মোৰ মন কোঁচ খুৱাই নিয়ে, তেতিয়া মাতৃৰ মুখৰ প্ৰেমাশ্ৰু-ধৌত আশ্বাস-বাণীৰ এটি ধাৰাই সেই শুকান আশাৰ পুলিটি মুহূৰ্ত্ততে জীপ ধৰাই দিয়ে, বিমল আনন্দৰ মধুৰ সঙ্গীতত মন নাচি উঠে। যেতিয়া নৰিয়া পাটীত পৰি চটফট কৰোঁ, যন্ত্ৰণাত শৰীৰ অবশ হৈ আহে, সকলো বিহ যেন বোধ হয়, তেতিয়াও আইৰ স্পৰ্শই, আইৰ সেই পাৰ্থিব স্বৰ্গস্বৰূপ কোলাৰ আশ্ৰয়ে মোৰ যন্ত্ৰণা লঘু কৰে, দেহৰ পোৰণি নিমিষতে শীতল হয়। যাৰ মাতৃ আছে, তাৰ অভাৱ কিহৰ? মোক একো নালাগে; একমাত্ৰ স্নেহময়ী জননীৰ বুকত মুখ লুকুৱাই সকলো জ্বালা-যন্ত্ৰণা পাহৰি জীৱন নিয়াব পাৰিলেই মোৰ ইচ্ছা পূৰ্ণ হয়।

( ২ )

আয়ে এটা সালিকা পুহিছিল। মই যেতিয়া কোনো কাৰ্য্যত বাহিৰলৈ যাব লগা হয়, আয়ে তেতিয়া তাকে কোলাত লৈ চুমা খাই গাত হাত বুলাই মোৰ অনুপস্থিতি পাহৰি যায়। সিও আইৰ লগ নেৰে। মুঠতে সিয়েই এতিয়া মোৰ মৃত ভ্ৰাতাৰ স্থান অধিকাৰ কৰিছে। সালিকাটোৱে দুটা মাথোন কথা শিকিছে। এটা—আই উঠ; আৰু ইটো ককাইদেউ। দিনৰ ভিতৰত আইক এখন্তেক পাটীত পৰা দেখিলেই সি মাতিবলৈ ধৰে,—

আই উঠ, আই উঠ। যেতিয়া মই কামৰ পৰা ঘূৰি আহোঁ, উৰি গৈ পদূলিতে মোৰ লগ ধৰে, আৰু মোৰ গাত পৰি ককাইদেউ ককাইদেউকৈ চিঞৰি দিয়ে। মই আগ্ৰহেৰে তুলি লৈ তাক মৰম কৰোঁ। মোৰ ভাইটো জীয়াই থকা হলেও মই তাতকৈ বেচি ভাল পাব নোৱাৰিলোঁহেঁতেন।

( ৬ )

এদিন আয়ে জুহাল গুৰিত বহি থাকোতে মোক মাতি কলে —"অ' বোপাই সোণাৰাম, মোৰ কথা এটা শুনচোন। তই দেখিছই নহয় কলিকলীয়া মানুহৰ কেনেকুৱা খেন-বেন শৰীৰ। মই বুঢ়ীনো আৰু কেইদিন জীম! কালিলৈকে যদি মই চকু মুদোঁ, তেনেহলে ঘৰখন ৰখিবলৈকো কোনো নাথাকিব নহয়। সেই দেখি মই ভাবিছোঁ, মই জীয়াই থাকোঁতেই যেনে-তেনে তোৰ ঘৰখন পাতি যাব পাৰিলে হয়।"

শুনি মোৰ কেনেবা লাগিল। মাতৃৰ অভাবত যে এতিয়াৰ এই স্বৰ্গতুল্য পৃথিবী মৰিশালি হ'ব! মই বিয়া কৰাই এজনা সঙ্গিনী লাভ কৰিলেও সেই মাতৃস্নেহ আৰু নাপাওঁ। মাতৃৰো আকৌ মৃত্যু হয়!——মোক শোকে খুন্দা মাৰি ধৰিলে; জৰ-জৰ কৰে চকু-লো বৰলৈ লাগিল। মাতৃ-স্নেহ অমৃতৰ পৰা বঞ্চিত হবলৈ কাৰ মত যাব!

মই কান্দি কান্দি কলোঁ—"আই, তোমাৰ যি ইচ্ছা তাকে কৰাঁ; কিন্তু এনে হিয়া-ভগা কথা আৰু শুনাই নকৰা। তোমাৰ অবিহনে মোৰ সংসাৰত থকাৰ লাভ কি আই?"

আয়ে কলে,—“বোপাই তই কেলেই তেনে কথা কৱ? মোৰ জানো তোক এৰি যাবলৈ সত যায়! পিচে, ঈশ্বৰৰ নিয়ম, এদিন উপজিলে এদিন মৰিবই লাগিব; আমি তাক কেনেকৈ ভাঙিম! সেই দেখিহে তেনেকৈ কৈছোঁ। গোঁসায়ে মোৰ সোণাইক মূৰৰ চুলিৰ মান আয়ুস দিয়ক।”

এই বুলি আয়ে মোক চুমা খাই বুকত সুমুৱাই ললে। আহা! এয়ে স্বৰ্গ, এয়ে শান্তি, এয়ে মোক্ষ!

( ৪ )

আইৰ ইচ্ছামতেই কাৰ্য্য হ’ল। মাতৃ পূজাত আৰু এজন মোৰ লগৰীয়া পালোঁ। মাতৃ-স্নেহ এতিয়া তিনিজনৰ ভিতৰত ভাগ কৰিব লগা হল। মনৰ আনন্দেৰে আমি আটাই কেইটি প্ৰাণী দৰিদ্ৰ্যতাৰ মাজে দিও সুখেৰে কাল কটাবলৈ ধৰিলোঁ। শালিকাটোৱে ইয়াৰ ভিতৰতে বো দেউ বুলি আৰু একেষাৰ মাত শিকিলে। সি সঁচাকৈয়ে মোৰ কোনোবা কালৰ ভাই আছিল। সম্ভবতঃ আমাৰ দুখ দেখি ভাইটোৱেই সালিকা হৈ আহি তাৰ বিয়োগ-দুখ দূৰ কৰিছিল।

( ৫ )

এদিন ৰাতিপুৱা গাটো বেয়া কৰিছে বুলি জাপ-জুপ লৈ আই পাটীত পৰিল। মই হাত দি চাই দেখিলোঁ আইৰ ভয়ানক জ্বৰ। মোৰ প্ৰাণ কঁপি উঠিল; ওচৰতে বহি শুশ্ৰূষা কৰিবলৈ ধৰিলোঁ।

সালিকাটোৱে ঘনে ঘনে চিঞঁৰিবলৈ ধৰিলে, আই উঠ, আই উঠ। কিন্তু আইৰ জ্বৰ ক্ৰমশঃ বাঢ়িবলৈ ধৰিলে। গোটেই দিনটোত এখন্তকো জ্বৰে শাম নাকাটিলে। লাহে লাহে সন্ধ্যা হ'ল; আন্ধাৰে জগতক ঢাকি পেলালে; কিন্তু আইৰ জ্বৰ অলপো নকমিল। গোটেই নিশা আইৰ ওচৰতে পৰ দি থাকিলোঁ। সালিকাটোও আইৰ মূৰ শিতানতে বহি জুপুকা লাগিল।

*    *    *    *

ৰাতি পুৱাই আহিল। শোৱাৰ পৰা উঠি সকলো নিজ নিজ কামলৈ গ'ল; কিন্তু আই নুঠিল। সালিকাটোৱে আইৰ গাত পৰি বিঙ্গিয়াবলৈ ধৰিলে—"আই উঠ, আই উঠ"। কিন্তু আই নুঠিল,—আই চিৰকাললৈ শুলে। মই আইৰ ডিঙ্গিত ধৰি কান্দিবলৈ ধৰিলোঁ,—"আই, আই, মই তোমাক মাতিব লাগিছোঁ বোৱাৰীয়েৰাই তোমাৰ নিমিত্তে হিয়া ভুকুৱাই কান্দিছে, তেও তুমি আমাক উলটি নোচোৱা নে আই? সংসাৰত কাৰ স্নেহত পমি যাবলৈ, কাৰ সাদৰত দুখ-শোক পাহৰি শান্তি লভিবলৈ আমাক এৰি গ'লা? মইনা, সোণাই বুলি কোনে আৰু মূৰ সুঙ্গি সুঙ্গি, গালত হাত দুবাই চুমা খাব? কাৰ স্নেহৰ মন্দাকিনীত স্নান কৰি আৰু পৃথিবীক স্বৰ্গ বুলি ভাবিম?

কান্দোতে কান্দোতে আইৰ সেই শীতল দেহা তিতি গ'ল, কিন্তু আয়ে নামাতিলে; বুকত মূৰটো সুমুৱাই লৈ নিচুকাবলৈ

তেওঁ নুঠিল। সালিকাটোৱে একেবাহে মাতিবলৈ ধৰিলে—"আই উঠ, আই উঠ"। মাতি মাতি আমনি লাগিলে সি একোবাৰ মোৰ গাত পৰি চিঞৰে—"ককাইদেউ, ককাইদেউ"। সি বোধ কৰোঁ ভাবিছিল—মই আইক তুলিব পাৰিম। হায়! অবোধ সালিকা, বিধাতাৰ ইচ্ছাৰ ওপৰত যে কাৰো হাত নাই তই তাক কেনেকৈ বুজিবি!

( ৬ )

সংকাৰৰ নিমিত্তে মাতৃৰ দেহা শ্মশানলৈ নিয়া হ'ল; সালিকাটোও লগতে যাবলৈ ধৰিলে। তাৰ মুখত মাথোন একেষাৰ কথা— "আই উঠ, আই উঠ।" যেতিয়া আইক চিতাত তুলিলোঁ, তাৰ চিঞৰ খৰ হৈ আহিল, অগ্নি সংযোগ কৰিবলৈ ধৰোতে সি ককাইদেউ, ককাইদেউকৈ চিঞৰি মোৰ হাতত খুটিয়াবলৈ ধৰিলে। তাৰ পিচতে আকৌ আইৰ দেহৰ ওপৰত পৰি, "আই উঠ, আই উঠকৈ আটাহ পাৰিবলৈ ধৰিলে। অজ্ঞান পখী! সি কি বুজিব কোন সতেৰে কিয় মই মোৰ একমাত্ৰ মুখ লুকুৱাবৰ ঠাই মাতৃ-দেবীৰ পুণ্য তনু নিজ হাতে অগ্নিত সমৰ্পণ কৰিছোঁ।

( ৭ )

মাতৃৰ ঔৰ্দ্ধদেহিক কাৰ্য্য সম্পন্ন কৰি ঘৰলৈ উলটিলোঁ। সালিকাটো নাহে, মই বহুত যত্ন কৰিছে তাক কোনোমতে ঘৰলৈ

আনিলোঁ। ঘৰলৈ আহিলত মোৰ মনত নানা ভাব খেলাবলৈ ধৰিলে, অতীত ভবিষ্যতৰ নানা কথা মনলৈ আহিল। হায়! মাতৃৰ অভাৱত যে অতীতৰ সুখ একেবাৰেই অন্তৰ্হিত হ'ল! সেই কথা মনত পৰিলে তেতিয়া কিয় এতিয়াও চকুলো ওলায়, হৃদয়-বীণৰ তাঁৰ কঁপি উঠে, আইৰ সেই মৰম-সনা ছবিটি দেখা পাওঁ।

সন্ধিয়া লাগিল। গৰু-গাই ঘৰলৈ চাপিল, মাৰ গোৱা বেলিৰ হেঙ্গুলীয়া পোহৰ লাহে লাহে গছৰ আগৰ পৰাও নাইকিয়া হ'ল; আন্ধাৰ ক্ৰমশঃ গাঢ় হৈ আহিল, দুটি এটি জোনাকী পৰুৱা উৰিবলৈ ধৰিলে। মই ইমান বেলি মাতৃৰ শোকত জুৰুলা হৈ চোতালতে পৰি আছিলোঁ; এতিয়া উঠি ভিতৰলৈ গলোঁ। কিন্তু সালিকাটো যে নাই। সি কলৈ গ'ল? চাৰিওফালে বিচাৰি চালোঁ; কিন্তু নাপালোঁ।

লাহে লাহে শ্মশানলৈ খোজ ললোঁ। সি যে কি ভয়াবহ মূৰ্ত্তি ধাৰণ কৰিছিল তেতিয়া। আন্ধাৰো যেন তাত আন ঠাইতকৈ গাঢ়। ওচৰত পৰি থকা আধাপোৰা খৰি কেইডোখৰৰ পৰা এতিয়াও ধোঁৱা উৰিব লাগিছে। কি যেন এক বিভীষিকাময়ী মূৰ্ত্তিৰ দানৱী ক্ৰীড়াৰ ঠাই তোল-পাৰ! মোৰ বুকু নিলগতে কঁপি উঠিল। য'ত মোৰ মাতৃৰ পৱিত্ৰ অৱশেষ আছে, তাৰ পৰা একেষাৰ কথা আহি মোৰ কাণত পৰিল,—"আই উঠ, আই উঠ।" বুজিলোঁ সালিকা তাতে আছে। মই কঁপা বুকুৰে তাৰ ওচৰলৈ আগ বাঢ়ি গলোঁ। সি মোক দেখিয়েই "ককাইদেউ,

ককাইদেউ” কৈ চিঞৰি উঠিল। তেতিয়া মোৰ মনত কেনে লাগিছিল তাক কাক কম! কবলৈকো যে ভাষাৰ অভাব। হায়! এই অজান সালিকাটোৰ কি চেনেহ! কি ভাল পোৱা! মই যে পুত্ৰ হৈও ইমানখিনি কৰিব পৰা নাই! মোৰ যে ভয়তে ধাতু নোহোৱা হৈছে! মই সালিকাটো আনিবলে বহুতো চেষ্টা কৰিলোঁ, কিন্তু তাক কোনোমতেই আনিব নোৱাৰিলোঁ। শেহত ভগ্ন-হৃদয়েৰে কান্দি কান্দি অকলৈ ঘৰলৈ উলটিলো।।

পিচ দিনা পুৱা মই অলপ মান চাউল আৰু পানী লৈ আকৌ মৰিশালিলৈ গলোঁ। কিন্তু কোনো মতেই তাক খুৱাব নোৱাৰিলোঁ। ঘৰলৈ আনিবলৈ কৰা চেষ্টাও বিফল হ’ল। সি মাথোন একেবাৰে মাতিবলৈ ধৰিলে——“আই উঠ, আই উঠ।”

তৃতীয় দিনা তিলনিৰ কাৰ্য্য শেষ কৰি আকৌ মই সালিকাটো চাবলৈ গলোঁ। কিন্তু উঃ হু! সেই স্নেহৰ পুতলি, মোৰ সহোদৰ-স্বৰূপ সালিকাৰ আৰু ধাতু নাই। সি মাতৃৰ লগলৈ গ’ল; তাৰ প্ৰাণহীন শৰীৰটোও আইৰ ভেটিৰ ওপৰতে পৰি আছে। মই হুৰাও-ৰাৱে কান্দিলোঁ। সেই দিনাহে যেন মোৰ ভাইৰ মৃত্যু হল। মই তাক মাতৃৰ লগতে ভালকৈ শুৱাই থলোঁ। তেতিয়াও মোৰ কাণত বাজি উঠিছিল:—— “আই উঠ, আই উঠ।”

(৮)

ওপৰত কোৱা ঘটনাৰ পৰ বহুত বছৰ পাৰ হৈ গৈছে। কিন্তু এতিয়াও যেতিয়াই সেই শ্মশানৰ ফাললৈ যাওঁ, তেতিয়াই এটি করুণ সুৰ কাণত পৰেহি,——"আই উঠ, আই উঠ।" নৈশ নিস্তব্ধতা ভঙ্গ কৰি সেই ধ্বনি উঠা বাটৰুৱা মানুহো বহুতে শুনিছে; যেন সালিকাটোৰ আত্মা এতিয়াও তাতে আছে, এতিয়াও যেন আইক তুলিব পাৰিম বুলি ভাবিয়েই সি মাতি আছে:——"আই উঠ, আই উঠ।"

# হৰিচৰণৰ বিয়া।

( ১ )

শূদ্ৰকন্যা ললিতাৰ লগত বিপ্ৰ-নন্দন হৰিচৰণ ভট্টাচাৰ্য্যৰ সৰুৰে পৰা মিল আছিল। দুয়ো একেলগে উমলিছিল, একেলগে ফুৰিছিল আৰু একেলগে শিক্ষা কৰিছিল। এনেকৈয়ে তেওঁ-লোকৰ বয়সৰ লগে লগে ঘনিষ্ঠতা বাঢ়ি আহিবলৈ ধৰিলে, দুয়োৰে অন্তৰাত্মাৰ মাজত কিবা এটি বৈদ্যুতিক আকৰ্ষণ-শক্তি নিহিত হ'ল। আন্তৰিক সম্বন্ধ থকা দুটা ভৌতিক পদাৰ্থ গোট খাই এটা ৰাসায়ণিক পদাৰ্থত পৰিণত হবলৈ ব্যগ্ৰ হোৱাৰ দৰে এই দুটি আত্মাও মিলনৰ অভিলাষত আলোড়িত হবলৈ ধৰিলে।

ই হঠাৎ উদয় হোৱা জন্মান্তৰৰ সৌহৃৱণিৰ কাৰণে নাইবা পদাৰ্থ-বিজ্ঞানৰ কোনো নিয়ম মতে হৈছিল কব নোৱাৰোঁ, কিন্তু আকৰ্ষণটো যে সময়ৰ লগে লগে বাঢ়ি আহিছিল সি নিশ্চয়।

( ২ )

হৰিচৰণ এতিয়া এজন ধুনীয়া ডেকা। লিখা-পঢ়াত, সাংসাৰিক কাৰ্য্যত, আৰু পৰোপকাৰাদি সকলো কামত আদর্শ স্বৰূপ। সংস্কৃত ইংৰাজী আৰু অসমীয়া সাহিত্যত ভাল ব্যুৎপত্তি আছে, দেশৰ কল্যাণ-সাধনত জীৱন উছৰ্গা কৰিবলৈকো প্ৰস্তুত। কিন্তু ইমানবোৰ সকলো গুণ থকোতো বহুত মানুহে তেওঁক ভাল নাপায়। কাৰণ, তেওঁৰ মূৰত টিকনি নাই, কপালত ফোট নাই, উপবীত-বিহীন জাতিৰ লগত একে আসনতে বহে, জোতাৰ ভৰিৰে পানী——পানী কিয় জলপানো খায়। প্ৰেমৰ বিষয়তো তেওঁ শঙ্কটত উপস্থিত। তেওঁ প্ৰাণৰে সৈতে ভাল পায় শূদ্ৰ কন্যাক। সচাঁকৈয়ে শকুন্তলাৰ প্ৰতি দুষ্মন্তৰ, দময়ন্তীৰ প্ৰতি নলৰ. জুলিয়েটৰ প্ৰতি ৰোমিওৰ ভাল-পোৱা যেনে আছিল, ললিতাৰ প্ৰতি হৰিচৰণৰ ভাল-পোৱা তাতকৈ কোনো গুণেই কম নাছিল। পাৰ্থক্য মাথোন এয়েই যে তেওঁলোকে হা-হুমুনিয়াহ কাঢ়িছিল, মূৰ্চ্ছা গৈছিল আৰু কেতিয়াবা উন্মাদ হৈছিল; কিন্তু হৰিচৰণ নিশ্চল। বহুতো সজাতীয় ডাঙৰ মানুহে তেওঁক ছোৱালী যাচিছিল, কিন্তু তেওঁ কোনো প্ৰস্তাবকেই গ্ৰহণ নকৰিলে।

ইফালে ললিতা। আহা! কি সুন্দৰী গাভৰু! কি মনোহৰ সুঠাম শৰীৰ! খোজ কঢ়াত, কথা কোৱাত কেনে লনী! পিন্ধা-উৰাত, খোপা বন্ধাত কেনে পৰিপাটী অথচ সৰল! ৰন্ধা-বঢ়াত বোৱা-কটাত কোনে আৰ ধৰে? সৰ্টাকৈয়ে ললিতা সুন্দৰী। আন সুন্দৰীৰ লগত এয়ে মাথোন অমিল যে তেওঁৰ কথাই কথাই মিচিকিয়া হাঁহি মৰা অভ্যাস নাই; নতুন মানুহক বাৰ জুমি চোৱাৰ কৌতুহল নাই; নিজৰ ৰূপ-গুণৰ প্ৰদৰ্শনী পাতিবলৈ আগ্ৰহ নাই আৰু নাই কোনো বিষয়তে বাহ্যিক আড়ম্বৰ। তেওঁৰ পাণি-প্ৰাৰ্থী বহুতো ধনী-মানী ডেকা ওলাইছিল—কিন্তু তেওঁ কাকো গ্ৰহণ কৰিবলৈ মান্তি নহল। বাপেকেও কন্যাৰ মততেই ভৰ দিলে। সুখৰ বিষয় ললিতাৰ বাপেক লক্ষ্মীধৰ কন্যাৰ মত নোলোৱাকৈ যেনে তেনে পাত্ৰত কেচুৱা ছোৱালী অৰ্পণ কৰি হাৰমাল আঁতৰোৱা বিধৰ মানুহ নাছিল। হায়! যদি আটাইবোৰ বাপেকিয়েই তেনে হল-হেঁতেন!

( ৩ )

এই দৰেই গ'ল বছৰচেৰেক। ললিতা আৰু হৰিচৰণ দুয়োৰে যৌৱন ভৰপূৰ, দুয়ো অবিবাহিত; দুয়ো দুইকো প্ৰাণৰে সৈতে আৰাধনা কৰে; কিন্তু কাৰ্য্যত দুয়ো নিমাত। এজনেও ইজনৰ আগত কেতিয়াও এই বিষয়ে উলিওৱা নাই, কোনেও কাকো দোষাৰোপ কৰা নাই। দুয়োৰে দেখা হলেও সৰু কালত হোৱাৰ

দৰেই হৈছিল ; তাত কোনো বাসনাৰ ছাঁ পৰা নাছিল, ৰচনাৱলী বাসনা-ৰাগৰঞ্জিত হোৱা নাছিল। দুয়োৰে মুখ প্ৰফুল্ল, প্ৰশান্ত—সুন্দৰ। আন প্ৰেমিক-প্ৰেমিকা হোৱা হলে চকু-লোৰে কাপোৰ তিয়ালেহেঁতেন, কামত অনিচ্ছা দেখুৱালেহেঁতেন, লাগে যদি মাজ ৰাতি শোৱাৰ পৰা উঠি বিদেশী হ'লহেঁতেন। কিন্তু ক'তা। তেওঁলোকৰ তো তেনে ভাবৰ উমঘামেই নাই। কাৰণ তেওঁলোকৰ ভাল-পোৱা আচল—খাঁটি সোণ। তাত বাসনা-চৰিতাৰ্থৰ পিতল মিহলি নাই ; সেই দেখি পাৰ্থিব আকৰ্ষণে তাৰ গতিত ব্যাঘাত জন্মাব নোৱাৰে!

( ৪ )

হৰিচৰণ ব্ৰাহ্মণ, ললিতা শূদ্ৰ কন্যা। তেওঁলোকৰ পৰিণয় হলে যে ভৱিষ্যত বেয়া হ'ব ; তেওঁলোকৰ সন্তান যে পাৰশৱ বা নিষাদ হব লাগিব। কিন্তু হৰিচৰণে ভাবে আন ৰকমে ; তেওঁৰ বিবেকে কয়, স্বভাৱৰ নিয়মে সুচাই দিয়ে, অতীত বুৰঞ্জীয়ে অনুমোদন কৰে যে ললিতাৰ বাহিৰে আনৰ লগত তেওঁৰ মিলন হোৱা অসম্ভৱ আৰু অনুচিত। সমাজেই বা বেয়া বুলিব কিয় ? নিষাদ কৱষক তো ব্ৰাহ্মণসকলে পূজা নকৰাকৈ নাছিল ; মৎস্য-জীবী কন্যাসম্ভূত ব্যাসদেৱে দেখোন ব্ৰাহ্মণসকলৰ শীৰ্ষস্থান অধিকাৰ কৰিছিল। তেনেহলে যি সমাজে তেওঁক ঘৃণা কৰিব, তেওঁ সেই সমাজক ঘৃণা কৰি নেৰিবৰ কাৰণ কি ? তেনে সমাজৰ পৰা আঁতৰি, পাৰিলে তাৰ আবৰ্জনাবোৰ সৰাই পেলাবলৈ চেষ্টা

কৰাহে তেওঁৰ কৰ্ত্তব্য। তেওঁ স্থিৰ কৰিলে যদি লক্ষ্মীধৰে আপত্তি নকৰে, তেন্তে তেওঁ ললিতাক বিয়া কৰাব।

সেই মতেই প্ৰস্তাব হ'ল। লক্ষ্মীধৰে হৰিক মাতি নি সেই বিবাহৰ পৰিণাম কি হ'ব পাৰে, তাক ভালকৈ বুজাই ক'লে।

হৰিয়ে ক'লে—"মই সকলো কথা ভাবি চাইহে এই প্ৰস্তাব কৰিছোঁ। সমাজৰ কুষ্মচ ৰীতিৰ বশবৰ্ত্তী হৈ থাকিব নোৱাৰিলেই মানুহে কিছু কষ্ট পায়। কিন্তু আমি জনা উচিত যে সমাজে মানুহক সদায় একেটা সাঁচতে গঢ়ে মাথোন। আনফালে অনন্ত উন্নতিশীল মানৱাত্মাৰ উন্নতি অনিবাৰ্য্য। সেই কাৰণে মানুহৰ উন্নতি হলেই সমাজৰো উন্নতি হোৱাৰ আৱশ্যক হয়। একেদিনে নহয় বহুত দিনেতো হ'ব! আমাৰ কাৰ্য্য-কলাপ, শিক্ষা-দীক্ষা সকলো সীমাবদ্ধ ৰাখি কূপমণ্ডুক হৈ চিৰকাল জীৱন কটোৱা সমাজৰ অস্তিত্বও অমঙ্গলৰ নিমিত্তেহে; মই তেনে সমাজত থাকিব নোখোজো। তাৰ বাবে যদি কিবা কষ্ট সহিব লাগে, তাৰ নিমিত্তে প্ৰস্তুত আছোঁ।"

হৰিচৰণৰ সৎ সাহ দেখি লক্ষ্মীধৰে সন্তোষ পালে আৰু হৰিৰ প্ৰস্তাবত ললিতাৰ মত কি সুধি পঠিয়ালে। ললিতাই ৰং-মনেৰে সন্মতি দিলে। সেই দিনাই বিবাহৰ বন্দৱস্ত হৈ গ'ল।

( ৫ )

হৰিচৰণ আৰু ললিতাৰ বিবাহৰ বন্দৱস্তৰ কথা চাৰিওফালে জনাজাত হৈ পৰিল। সকলোৱে সেই একেটা কথাকে আলোচনা

কৰিবলৈ ধৰিলে। ব্ৰাহ্মণ-সমাজে মেল পাতি দুজনমান প্ৰতিনিধি পঠিয়াই হৰিক ভয় দেখুৱালে; শূদ্ৰবিলাকেও তেওঁক ইতিকিং কৰা হ'ল। তথাপি তেওঁ প্ৰতিজ্ঞাত অটল হৈ থাকিল।

হৰিচৰণৰ পিতাক নাই। মোমায়েকে খবৰটো শুনি এদিন আবেলি পৰত হৰিৰ ঘৰ পালেহি। হৰিয়ে আদৰ সাদৰেৰে মোমায়েকক বহিবলৈ দিলে।

মোমায়েকে ক'লে,—"মই তোৰ ঘৰত বহিব নোৱাৰোঁ; কিয়নো মই শুনা কথা সঁচা যদি, তোৰ লগত মোৰ কোনো সম্বন্ধ নাই।"

হৰি।—কি কথা মোমাইদেউ?

মোমায়েৰ।—তই বোলে লক্ষ্মীধৰৰ সেই ঘৰতে বুঢ়ী হোৱা ছোৱালীজনী বিয়া কৰিবলৈ ওলাইছ?

হৰি।—এৰা, একৰকম ঠিক হৈছে।

মোমায়েক।—সচাঁকৈয়ে তই এনে কাম কৰিবলৈ ওলাইছ! তইনো সেইজনী ছোৱালীহে বিচাৰি পালি নে? ছি! ছি! মানুহৰ আগত নাক উলিয়াবলৈ তোৰ লাজ লগা নাই! তই নিজে যি অধঃপাতে গলি, তোৰ পিতৃকুল মাতৃকুলকো নৰকলৈ নিয়ালি। মই বুজিছোঁ, সেই গুৰু-ব্ৰাহ্মণ-নমনা পাষণ্ড লক্ষ্মীধৰে তোক কিবা আহুদি খুৱালে।

হৰি—তেওঁ গুৰু-ব্ৰাহ্মণ নামানে বুলি কোনে ক'লে? যি সঁচাকৈয়ে ব্ৰাহ্মণ, তেনে মানুহক ব্ৰাহ্মণ বুলি তেওঁ মানে। যি "ক"ৰ চুক চিনি নাপায়, গায়ত্ৰীৰ মানে নুবুজে, অথচ মুখস্থ কৈ

থোৱা কিছুমান মন্ত্র ভুলকৈ মাতি টকাচেৰেক দক্ষিণা লৈ যজমানৰ অহিত চিন্তি আছে তেনে মানুহক বামুণ বুলি তেওঁ মানিব কিয় ? আৰু মযেই বা মানিম কিয ? সিদিনা তুমি মোক হাকিমৰ জীয়েকক বিয়া কৰাবলৈ ধৰিছিলা, আৰু কৈছিলা যে তেওঁ এজন সদ্ব্ৰাহ্মণ। কিন্তু মই কওঁ, তেওঁতকৈ অব্ৰাহ্মণ কোনেৰেই হব নোৱাৰে। খাহী-পাঠাৰ ভেটী খাবলৈ পালে তেওঁ দোষীক নির্দ্দোষ আৰু নির্দ্দোষক দোষী কৰাটো মই নিজেই জানো।

মোমায়েক।—সেই পাপিষ্ঠই তোক একেবাৰেই মুহিলে, তই শূদিৰ-শৰণীয়া হলি !

হৰি।—দৰকাৰ দেখিলে হয়েই। আগেয়েও ব্ৰাহ্মণ-শ্ৰেষ্ঠ ঋষিসকলে ব্ৰহ্মজ্ঞান ক্ষত্ৰিয জনকৰ পৰাহে শিকিছিল। মনুৱেও তেনে শিক্ষাৰ বিধি দিছে আৰু মোৰ বিবাহো সমর্থন কৰিছে। আমাৰ শ্ৰুতি-স্মৃতিত মহা পণ্ডিত সকলে বোধ কৰো পোৱা নাই যে মনুৰ মতেই——

"শ্ৰদ্দধানঃ শুভাং বিদ্যামাদদীতাবৰাদপি।
অন্ত্যাদপি পৰং ধৰ্ম্মং স্ত্ৰীৰত্নং দুষ্কুলাদপি ॥" ২৩৮ ॥
স্ত্ৰিয়ো ৰত্নান্যথো বিদ্যা ধৰ্ম্মঃ শৌচং সুভাষিতম্।
বিবিধানি চ শিল্পানি সমাদেয়ানি সৰ্ব্বতঃ ॥ ২৪০ ॥

মনু—দ্বিতীয়োঽধ্যায়ঃ

তাৰ উপৰি সেই মনুৰ ওচৰাউচৰি সময়তে চন্দ্ৰগুপ্তই গ্ৰীক সেনাপতি চিলিউকচৰ কন্যাক বিবাহ কৰাইছিল ; তথাপি তেওঁৰ প্ৰধান সচিব মহা পণ্ডিত চাণক্যই দেখোন তাত ব্যাঘাত জন্মোৱা

চিল। ৰঘুনন্দন আৰু পীতাম্বৰৰ দিনতে চিলাবাযে মুছলমান চাৱালী বিয়া কৰাই কেনেকৈ হিন্দু হৈ আছিল, কোৱাঁচোন।

হৰিৰ কথা শুনি শাও-শপনি দি মোমায়েক গুচি গ'ল।

( ৬ )

যথাসময়ত বিযাৰ আয়োজন হল। নিমন্ত্রিতসকলৰ ভিতৰত চনচেৰেক শিক্ষিত ডেকা মাথোন উপস্থিত আছিল। হৰিয়ে সকলোকে সম্বোধন কৰি কবলৈ ধৰিলে ;——বন্ধুসকল! আজি আপোনাসকলৰ এই মহানুভবতা দেখি মই সচাঁকৈয়ে আনন্দ পাইছোঁ। আশা কৰোঁ আপোনালোকৰ এই সহানুভূতি আন্তৰিক। আপোনালোকে আজি মোৰ বিবাহত যোগ দিয়াটো মোৰ সৌভাগ্য ; কিন্তু ইয়াৰ পিচত সমাজে আপোনালোকক দণ্ড দিবলৈ চেষ্টা কৰিব পাৰে, সভা-সমিতি পাতি আপোনালোকক সমাজ-চ্যুত কৰিবলৈ আগ বাঢ়িব পাৰে। সেই কাৰণে যদি আপোনালোকৰ কোনোবাই তেনে সমাজলৈ ভয় কৰিও বন্ধুতাৰ খাতিৰতহে আহিছে, তেন্তে মই মোৰ কাৰণে তেওঁক দণ্ডনীয় কৰিব নোখোজোঁ। আৰু যদি মোৰ কাৰ্য্য যুক্তি-যুক্ত বুলি ভাবিহে আপোনাসকল আহিছে, তেন্তে আহক, আজিয়েই আমাৰ নতুন সমাজ গঠন কৰোঁ। তাৰ প্ৰথম পাতনি স্বৰূপে আজি জাতি-বৰ্ণ নিৰ্ব্বিশেষে সকলোৱে একেলগে একে পৰিয়ালৰ মানুহৰ দৰে জল-যোগ কৰক।

সকলো মান্তি হল। সকলোৱে প্ৰতিজ্ঞা কৰিলে যে তেওঁ-

লোকে আজি যি সমাজ পাতিলে, গোটেই বিশ্ব ব্ৰহ্মাণ্ড বিপক্ষে থিয় দিলেও তাক ভাঙ্গিবলৈ প্ৰস্তুত নহয়। তেওঁলোকৰ কথা শুনি হৰিচৰণ আনন্দত আপ্লুত হল। তাৰ পাচত সকলোৱে একেলগে একে ঠাইতে ৰঙ্গে-ধেমালিয়ে খাই-বৈ দৰাৰ লগত কন্যা ঘৰলৈ বাট ললে।

( ৭ )

যথাবতে বিবাহ সমাধা হৈ গ'ল। ললিতা আৰু হৰিচৰণৰ দুটি আত্মা এটি হৈ অনন্ত পৰমাত্মাক লক্ষ্য কৰি ধাবমান হ'ল। দুয়োৰে মনত বিমল আনন্দ, পৰম সন্তোষ। আশা কৰোঁ তেওঁৰ বন্ধুসকলে প্ৰতিজ্ঞাত স্থিৰ থাকি আৰু আনন্দ দিব আৰু বিশ্ব-প্ৰেমৰ এজোপা সুগন্ধি ফুল ফুলাই জগৎবাসীক সৌৰভ বিতৰণ কৰিব।

---

# ভুল।

( ১ )

মহিলা ডাক্তৰ স্বৰ্ণলতা যেতিয়া ঘৰ এৰি প্ৰবাসত চাকৰি কৰিবলৈ আহে, তেতিয়া তেওঁৰ লগত লিগিৰী এজনীৰ বাহিৰে আন কোনো নাছিল। এনেকৈ প্ৰবাস খাটিবলৈ ওলোৱা তিৰুতা আমাৰ দেশত সচৰাচৰ দেখা নাযায়, সেই দেখি কাউৰীৰ মাজত বগলীৰ দৰে স্বৰ্ণই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিলে; ফলত দুই

এদিনৰ ভিতৰতে স্বৰ্ণৰ চৰিত্ৰৰ সমালোচনা সকলোৰে মুখে মুখে হ'ল।

স্বৰ্ণৰ চৰিত্ৰৰ সম্পৰ্কে কোনো মতামত দিবলৈ আমি সমৰ্থ নহওঁ; কাৰণ আমি নিজে তাৰ একোকে নাজানো, আৰু নানা মুনিৰ নানা মত একে মূলত মিলাবৰ কোনো উপায় নাই। অৱশ্যে, অনুমানৰ কথা ক'লে যদি দোষ নহয়, তেন্তে ক'ব পাৰোঁ যে এইবোৰ সমালোচনাৰ মূল স্বৰ্ণৰ সৌন্দৰ্য্য, চলন-ফিৰণৰ নতুনত্ব, আৰু সমালোচকৰ দুষ্প্ৰবৃত্তি।

স্বৰ্ণৰ বয়স মুঠেই ঊনৈচ কি কুৰি; দেখাত সুন্দৰী, মুখখন গঢ়িত, চকু দুটা অলপ দীঘলীয়া, গাল দুখন পূৰ, চুলিটাৰ ক'লা আৰু দীঘল। স্বৰ্ণ এতিয়াও অবিবাহিতা; তেওঁৰ নৰত ওৰণি নাই, ফুৰা-চকাত লুকঢুক নাই, আন কি লেই সেই মানুহৰ লগত কথা পাতিবলৈকো সঙ্কোচ নাই। তেওঁৰ ঘৰত প্ৰায়েই গান-বাজনাৰ ৰোল শুনিবলৈ পোৱা গৈছিল। এই খিনি কথাৰ ওপৰতে নিৰ্ভৰ কৰি স্বৰ্ণৰ চৰিত্ৰৰ ওপৰত নিৰ্ভুল মতামত প্ৰকাশ কৰিব পাৰি নে নোৱাৰি ক'ব নোৱাৰোঁ, কিন্তু ডেকা আৰু আদহীয়া বিলাকে হলে আবেলি ফুৰিবলৈ গাওঁতে নাইবা গধূলি তাচ-পাশাত বহোঁতে সততে তেওঁৰ সমালোচনাত মন-গা এৰি দিছিল। তেওঁলোকৰ সৰহ ভাগেই স্বৰ্ণৰ সৌন্দৰ্য্যত মুগ্ধ হৈছিল আৰু স্বৰ্ণৰ চৰিত্ৰ যেনে হ'লে, তেওঁলোকৰো উদ্দেশ্য সিদ্ধি হ'ব পাৰে, ঠিক তেনে ভাবেই গ্ৰহণ কৰিছিল। আমাৰ কিন্তু সন্দেহ হয়—স্বৰ্ণ দুশ্চৰিত্ৰা হোৱা হ'লে, এই মানুহবিলাকৰ অন্ততঃ কিছুমানে প্ৰাণত শান্তি পালেহেঁতেন।

এই মানুহদলৰ প্ৰত্যেকেই স্বৰ্ণৰ প্ৰত্যেক কথা আৰু প্ৰত্যেক খোজকেই লক্ষ্য কৰি নিজৰ সপক্ষে তাৰ ব্যাখ্যা কৰি লৈছিল। এদিন হয়তো এজন কিবা ঔষধ বিচাৰি স্বৰ্ণৰ তালৈ আহিল, তাৰ পিচত পথ্যৰ কথা সুধিবলৈ, তাৰ পিচত বেমাৰীৰ অৱস্থাৰ কথা কবলৈ—এই অনুক্ৰমে চাৰি পাঁচবাৰ অহা-যোৱা কৰি যেতিয়া দেখিলে স্বৰ্ণই তেওঁৰ লগত কথা পাতি আমনি পোৱা নাই, তেতিয়া নানা উপায়েৰে বন্ধুতা স্থাপনৰ দিহা উলিয়ালে। যাৰ ঘৰত কোনো বেমাৰী নাই, সিও এনেয়েই কিবা এটা সাজি পাৰি ব্যৱস্থা সুধিবলৈ অহা-যোৱা লগালে। আন কি দেশৰ গণ্য মান্য স্বনামপ্ৰসিদ্ধ নেতা সকলেও এবাৰ স্বৰ্ণৰ লগত আলাপ কৰিবলৈ চেল্ নিবিচৰাকৈ নাছিল। দিনচেৰেকৰ পিচত স্বৰ্ণৰ তালৈ অহা-যোৱা কৰা মানুহৰ লেখ বল্তো হৈ পৰিল। যিবিলাক মানুহ স্বৰ্ণৰ সৌন্দৰ্য্যত মুগ্ধ অথচ নানা কাৰণত স্বৰ্ণৰ ওচৰ চাপিবলৈ অসমৰ্থ, সিহঁতে স্বৰ্ণৰ বিৰুদ্ধে নানা প্ৰকাৰ কাহিনী প্ৰচাৰ কৰিয়েই প্ৰবোধ মানিবলৈ ধৰিলে। তাৰ ফলত স্বৰ্ণ দুশ্চৰিত্ৰা বুলি অলপ দিনতে জনাজাত হৈ পৰিল।

( ২ )

স্বৰ্ণৰ তালৈ ঘনাই অহা যোৱা কৰা মানুহবিলাকৰ ভিতৰত ৰমানাথ নামেৰে এজনৰ লগত স্বৰ্ণৰ বিশেষ সদ্ভাব থকা যেন দেখা গৈছিল।

ৰমানাথ এজন এণ্ট্ৰেন্স 'পাচ' ডেকা। তেওঁ কাছাৰীৰ

আমোলা। ঘৰত মাক-বাপেক, ভায়েক-ভনীয়েকৰ উপৰিও নিজৰ ঘৈনীয়েক আৰু ল'ৰা-ছোৱালী আছিল। কিন্তু স্বৰ্ণ আহিবৰে পৰা তেওঁ কাছাৰীৰ পৰা বাজে বাজে আহি স্বৰ্ণৰ ঘৰত সোমায় আৰু ৰাতি হলেহে ঘৰলৈ ওলটে। দেওবাৰৰ দিনাও ফুৰিবলৈ বুলি ঘৰৰ পৰা ওলাই গৈ স্বৰ্ণৰ ঘৰতে ভ্ৰমণ শেষ কৰে। স্বৰ্ণকো মাজে সময়ে ৰমানাথৰ আগমনলৈ অপেক্ষা কৰা দেখা গৈছিল।

স্বৰ্ণ ইয়ালৈ অহাৰ আগতে ৰমানাথৰ ঘৈনীয়েক জয়ন্তীৰ লগত তেওঁৰ পৰিচয় আছিল ; সেই কাৰণে ঘৰৰ বন্দবস্ত হৈ উঠাৰ আগতে এসপ্তাহমান তেওঁ ৰমানাথৰ ঘৰতে আলহী হৈছিল। সেয়েই হেনো তেওঁলোকৰ ঘনিষ্ঠতা আৰু সদ্ভাৱৰ মূল আৰু সেই দেখিয়েই হেনো ৰমাই এৰাব নোৱাৰি স্বৰ্ণৰ খবৰ-বাতৰি লৈ থাকে। স্বৰ্ণক কোনোবাই সুধিলে তেৰোঁ ঠিক সেই একে উত্তৰকে দিছিল।

স্বৰ্ণ আৰু ৰমানাথে তেওঁলোকৰ মিলা-প্ৰীতিৰ যি কাৰণ দেখুৱাইছিল, সি অতি কম মানুহলৈহে সন্তোষজনক হৈছিল। ৰমানাথ আৰু তেওঁৰ ঘৰৰ আনবিলাকৰ স্বভাৱ-চৰিত্ৰ যি জানে, সি কেতিয়াও এই কথাত বিশ্বাস কৰা নাছিল। আইকৈ ৰমানাথৰ ঘৈনীয়েক জয়ন্তীয়ে সেই কথা সমূলি নামানিছিল।

( ৩ )

জয়ন্তীৰ দুৰ্ভাগ্যৰ সীমা নাই। সৰুতে মাক-বাপেকৰ ঘৰত দুখ কাক বোলে নজনাকৈয়ে ডাঙৰ হৈছিল কিন্তু স্বামীৰ

ঘৰত তাৰ বিপৰীত হৈ উঠিল। জয়ন্তীৰ বাপেকে ভাবিছিল— ৰমানাথৰ লগত বিয়া দিলে জয়ন্তীৰ সুখ হব; কিয়নো ৰমানাথ নিতান্ত অশিক্ষিত নহয় আৰু ঘৰুৱা অৱস্থাও স্বচ্ছল। ৰমাৰ চৰিত্ৰ কেনে, সিহঁতৰ ঘৰৰ ব্যৱহাৰেই বা কেনেকুৱা—তেওঁ তাৰ একো গমকে নল'লে।

ৰমানাথৰ ঘৰলৈ আহি পোনতে দিনচেৰেকলৈ জয়ন্তীয়ে বিশেষ একো কষ্ট অনুভব কৰা নাছিল; যদিও খোৱা-লোৱাৰ দুখ অতিপাত হৈছিল, তথাপি স্বামীৰ আদৰ-সাদৰত তাক পাহৰি গৈছিল। কিন্তু হায়! সেই সুখো যে দুদিনীয়া! লাহে লাহে আন কষ্টৰ—শাহু-শহুৰৰ অত্যাচাৰৰ লগতে স্বামীৰ অৱহেলাও যোগ হ'ল; জয়ন্তীৰ সংসাৰখনেই নৰক যেন বোধ হ'ল। পতি-পৰায়ণা হিন্দু ৰমণীয়ে সকলো দুখ, সকলো যন্ত্ৰণা সহ্য কৰিব পাৰে. স্বামীৰ অত্যাচাৰকো মূৰ পাতি ল'ব পাৰে, কিন্তু যেতিয়া মনত দৃঢ় ধাৰণা হয় যে তেওঁৰ দৰেই আন কাৰবাক হিয়া উচৰ্গা কৰিছে তেওঁৰ স্বামীয়ে তেওঁক অৱজ্ঞা কৰিছে, তেতিয়া তাক কোনো মতেই সহ্য কৰিব নোৱাৰে; আনৰ ওপৰত তাৰ প্ৰতিশোধ ল'ব নোৱাৰিলে নিজৰ ওপৰতে লয়। জয়ন্তীয়েও ঠিক তাকেই কৰিবলৈ স্থিৰ কৰিলে।

স্বৰ্ণ যেতিয়া প্ৰথমে আহে, তেতিয়া জয়ন্তীয়ে তেওঁক যথেষ্ট সমাদৰ কৰিছিল, কিন্তু এতিয়া তেওঁক লগ পাবলৈ তেওঁৰ সেই আগ্ৰহ অলপো নোহোৱা হ'ল। জয়ন্তীয়ে ভাবিছিল যে স্বৰ্ণৰ লগত ৰমানাথৰ অবৈধ প্ৰণয় আছে। নহলে তেওঁ এনেকৈ স্বৰ্ণৰ

ঘৰৰ পৰা সুঠা হব কিয় আৰু স্বৰ্ণয়েই বা তেওঁক এনে দৰে ঘনিষ্ঠতা ৰাখিবলৈ দিব কিয় ? ৰমানাথৰ চৰিত্ৰৰ ওপৰত জয়ন্তীৰ আগৰে পৰা সন্দেহ আছিল, এতিয়া সি ডাঠ হৈ আহিল। জয়ন্তীয়ে জানিছিল ৰমানাথ আৰু তেওঁৰ বাপেক দুয়ো অৰ্থ-পিশাচ। সংসাৰত এনে কোনো জঘন্য কাম নাই, যিটো তেওঁলোকে ধনৰ লোভত কৰিব নোৱাৰে। এইবোৰ দেখি-শুনি জয়ন্তীয়ে বুজিছিল ৰমানাথ স্বৰ্ণৰ উপাৰ্জ্জনৰ প্ৰেমত পৰি পৰোক্ষ ভাবে স্বৰ্ণৰ প্ৰেমতো পৰিছে। প্ৰকৃত নিঃস্বাৰ্থ প্ৰেমৰ অনুভূতি যে ৰমানাথৰ কেতিয়াও নহয়, সেইটো জয়ন্তীৰে ভালকৈ জনা আছিল।

( ৪ )

ইমান দিন জয়ন্তীয়ে দুৰ্ব্ব্যৱহাৰকেই পাই আহিছে, তাৰ ফলত তেওঁৰ শৰীৰ কগ্ন——জীৰ্ণ শীৰ্ণ। তথাপি লৰা-ছোৱালী দুটিলৈ চাই, স্বামীৰ মুখলৈ চাই, দিনৰ দিনটো কোনো আপত্তি নকৰাকৈ ঘৰুৱা কাৰ্য্য কৰি ফুৰিছিল। এনে অৱস্থাতো ৰমানাথে এদিনলৈকো জয়ন্তীৰ বিষয়ে চিন্তা কৰা নাছিল; জানোচা ঔষধ কিনিব লগা হয়, তেওঁৰ পইচা খৰছ কৰিব লগাত পৰে! পইচা খৰচৰ ভাবটো ৰমানাথে মনলৈকে আনিব নোৱাৰে। অৱশ্যে পৰৰ পালে হলে জ্বৰৰ গাৰেও নেৰে; সেই কাৰণেই তেওঁৰ দৰে চৰিত্ৰৰ লগৰীয়াৰ লগত পৰৰ খৰচত পোৱা মদো দুই এটোপাকৈ ৰমাৰ পেটত সোমায় আৰু মাজে মাজে আলি খাৱৈত

বাগৰি নাইবা জয়ন্তীৰ ওপৰত পাশৱিক অত্যাচাৰ কৰি তাৰ গৌৰৱ ঘোষণা কৰে।

জয়ন্তীয়ে ইমান দিন ইমান অত্যাচাৰ নীৰবে সহ্য কৰিছিল; স্বামীৰ দৰ্শনতেই দুখৰ কিছু উপশম হৈছিল, কিন্তু এতিয়া সিও দুষ্কৰ হৈ পৰিল, তেওঁৰ প্ৰাণত সমূলি শান্তি নোহোৱা হ'ল। আবেলি বাটলৈ চাই চাই যেতিয়া ৰমাৰ প্ৰত্যাগমনৰ আশাত জলাঞ্জলি দি পাটীত পৰি নীৰৱে চকু-লো টোকে, তেতিয়া জগৎ তেওঁৰ পক্ষে অন্ধকাৰময় হৈ উঠে! সকলো অত্যাচাৰ-অবিচাৰৰ বোজাই দহ গুণ জোৰেৰে চেপি ধৰে! কিন্তু কি হ'ব! তেওঁৰ যন্ত্ৰণা তো তেওঁৰ স্বামীয়ে নুবুজে! শেহত তেওঁ সকলোৰে শপত দি ৰমাক অফিচ ছুটি হোৱাৰ পিচতে ঘৰলৈ আহিবলৈ খাটিলে, কিন্তু ৰমাই তেওঁৰ অনুৰোধ উপেক্ষা কৰিলে। জয়ন্তীৰ সকলো অনুনয়-বিনয় অৰণ্য-ৰোদনত পৰিণত হ'ল।

জয়ন্তীৰ আৰু সহ্য নহ'ল। আগেয়ে যি সামান্য আহাৰেৰে জীৱনধাৰণ কৰিছিল, এতিয়া তাৰ প্ৰতিও বিতৃষ্ণা জন্মিল; লগে লগে সেই ম্ৰিয়মানা কঙ্কালাবশিস্টা জয়ন্তীৰ জীৱনী শক্তিৰ যিটি কণিকা অৱশিষ্ট আছিল, সিও লাহে লাহে ক্ষয় হৈ আহিল। অৱশেহত তেওঁ শয্যা এৰিব নোৱৰা হ'ল। ৰমানাথ কিন্তু এতিয়াও উদাসীন; এতিয়াও তেওঁ বেচি সময় স্বৰ্ণৰ ঘৰতে কটায়।

## (৫)

এদিন স্বৰ্ণ ৰমানাথৰ ঘৰলৈ গৈছিল। গৈ দেখিলে জয়ন্তী

শয্যাগতা। প্ৰথমে যি কাৰণতেই অসুস্থ হওক, এতিয়া তেওঁৰ শৰীৰত কেইবাটাও ব্যাধিৰ সম্মিলন। তেওঁ জয়ন্তীৰ বিশেষ তত্ত্বাবধান নোলোৱাৰ বাবে ৰমানাথক ভৎসনা কৰিলে।

ৰমাই ক'লে,——"এঃ! কিনো কৰিবা? সি কিবা আজিৰ অসুখ নে? সদাই লাগিয়েই আছে।"

স্বৰ্ণই ক'লেঃ——হ'ব পাৰে বেমাৰ বেঁচি দিনীয়া, কিন্তু বৰ্ত্তমানে তাৰ অৱস্থা অতি শোচনীয়। ভালকৈ চিকিৎসা আৰু প্ৰতিপাল নকৰিলে বচোঁৱা টান হ'ব।

কিন্তু স্বৰ্ণৰ কথাত ৰমাক বিশেষ মনোযোগ দিয়া দেখা নগ'ল। স্বৰ্ণই কিবা এটা ঔষধ ঘৰৰ পৰা নি জয়ন্তীক খাবলৈ দিলে, জয়ন্তীয়ে ঔষধ নাখাই ক'লেঃ——"মই ঔষধ নাখাওঁ, খাই লাভো নাই; বৰং মোৰ মৃত্যুত কাৰবাৰ লাভ আছে।"

স্বৰ্ণই ঔষধ খুৱাব নোৱাৰি ৰমাক গাতিলে। ৰমাই ঔষধ এপালি লৈ জয়ন্তীক খাবলৈ দিলে। জয়ন্তীৰ যদিও ইচ্ছা নাছিল, তথাপি স্বামীৰ আদেশ-পালনত আৰু আপত্তি কৰিব নোৱাৰিলে।

স্বৰ্ণই ৰমাক যথা নিয়মে ঔষধ পাতি আৰু পথ্য দিবলৈ কৈ বিদায় ল'লে।

(৬)

জয়ন্তীৰ অৱস্থা দিনে দিনে অধিকতৰ শোচনীয় হৈ আহিবলৈ ধৰিলে; ৰমাই ইমানতো বিশেষ মনকাণ নিদিলে। এতিয়াও তেওঁক বেমাৰীৰ ওচৰতকৈ স্বৰ্ণৰ ওচৰতহে বেচিকৈ পোৱা যায়।

স্বৰ্ণ মাজে সময়ে জয়ন্তীৰ বাতৰি ল'বৰৈ যায়, কিন্তু তেওঁক দেখিলেই জয়ন্তীৰ অসুখ বেচি হৈ পৰে। স্বৰ্ণই দেখিলে জয়ন্তীৰ নিয়মমতে চিকিৎসা হোৱা নাই। আন কি তেওঁ নিজৰ খৰচত নি দিয়া দৰবো তেওঁ আগত থাকি খুওৱা কেই পালিৰ বাহিৰে খুওৱা হোৱা নাই। তেওঁ তাৰ কাৰণ সুধিলত এজনীয়ে ক'লে—“আমি নো কি কৰিম আই? আমি দিলে আকৌ খালেহে! গিৰীয়েকে খুৱালে খুৱাব পাৰে, পিচে সি আকৌ ওচৰকে নাচাপে। আনহে নালাগে আজিকালি তাক ঘৰতে দেখিবলৈ নাই। এতিয়া এনেকৈ এৰিছে, পিচত চুকাৰ বা কাৰ?”

ৰমাৰ আচৰণ দেখি স্বৰ্ণই কেইবা দিনো তেওঁক তীব্ৰ ভাবে তিৰস্কাৰ কৰিলে আৰু যেতিয়াই তেতিয়াই তেওঁৰ ঘৰলৈ নাহিবলৈ দঢ়াই দঢ়াই ক'লে। ইমানতো ৰমাৰ চেতনা নাহিল,—স্বৰ্ণৰ কথা তেওঁৰ একাণে সোমাই ইকাণে ওলাই গ'ল। স্বৰ্ণই মনে মনে কি ভাবিছিল কব নোৱাৰোঁ, কিন্তু তেতিয়াৰে পৰা তেওঁ ৰমাৰ লগত আগৰ দৰে ঘনিষ্ঠতা ৰাখিবলৈ ইচ্ছা নকৰা হল; ৰমাক অহা দেখিলেই তেওঁ আন কামত ব্যস্ত হবলৈ ধৰিলে।

( ৭ )

এদিন জয়ন্তীৰ খবৰ লবলৈ গৈ স্বৰ্ণই দেখিলে যে তেওঁৰ জীৱন-লীলা প্ৰায় শেষ হওঁ হওঁ, কিন্তু ৰমানাথ ঘৰত নাই।

তেওঁ তেতিয়া ৰোগিণীৰ ওচৰত বহি শুশ্রূষা কৰিবলৈ ধৰিলে, দুপৰৰে পৰা তেনেকৈ থাকি সন্ধ্যা সময়ত ঘৰলৈ উলটিল।

স্বৰ্ণই ঘৰত সোমায়েই ৰমানাথক দেখা পালে। স্বৰ্ণৰ পেটে পেটে বৰ খং উঠিল। ৰমানাথৰ অদ্ভুত আচৰণ তেওঁৰ মনত কেনেবা লাগিল। ঘৰত তেওঁৰ ভাৰ্য্যাৰ আসন্ন মৃত্যু উপস্থিত, অথচ তেওঁ মানুহ নোহোৱা ঘৰত খাপ দি আছে। স্বৰ্ণৰ মনত আগৰে পৰা যি সন্দেহৰ ছাঁ পৰিছিল, সি আজি পূৰ্ণ হৈ উঠিল। স্বৰ্ণই বুজিলে কিবা এটা ভীষণ স্বাৰ্থৰ নিমিত্তে ৰমাই এনে কৰিছে। তেওঁ বিৰক্তিৰ সুৰেৰে ততালিকে কৈ উঠিল——"ই কি কথা! ই তোমাৰ কেনে আচৰণ! তোমাৰ পত্নীৰ অন্তিম দশা উপস্থিত আৰু তুমি নিশ্চিন্ত মনে ইয়াত বহি আছাহি। যোৱাঁ বেগাই যোৱাঁ, ময়ো অলপ পিচতে যাব লাগিছোঁ।"

ৰমাই কলে——"যেতিয়া মৰাটোৱেই ঠিক, তাত আৰু লৰালৰিয়েই বা কি, আলম-বিলমেই বা কি ?"

স্বৰ্ণ। মৰাটো ঠিক বুলিনো তুমি কেনেকৈ জানিলা ? আৰু সেয়ে হলেও তুমি জানা নে স্বামীৰ মুখ চাই মৰাটো তিৰুতাই কিমান ভাগ্যৰ কথা বুলি ভাবে ?

ৰমা। তোমাৰ নামটি যেনে মধুৰ, কথাও তেনে সোৱাদ লগা। যি তোমাৰ এই মধুময় নামটি ৰাখিছিল তেওঁক লগ পোৱা হলে নিশ্চয় মই ধন্যবাদ দিলোহেঁতেন।

স্বৰ্ণ। যোৱাঁ, ই চুপতিৰ সময় নহয়। সি ফালে বা ইয়াৰ ভিতৰতে কি হৈছে।

স্বৰ্ণৰ মুখ-ভঙ্গীত এটা খং আৰু বিৰক্তৰ ভাব প্ৰকাশ হৈ পৰিল।

ৰমাই ক'লে :——"মৰাটো কোনেও ধৰি ৰাখিব নোৱাৰে। তাৰ উপৰি নিজে যন্ত্ৰণা ভোগ কৰি আনকো যন্ত্ৰণা দি জীয়াই থকাতকৈ মৰাই ভাল। তেনে মানুহ মৰাত লোকচান নাই, বৰং লাভহে আছে ?

স্বৰ্ণৰ খং উঠিল; বঠৰা মাতেৰে ক'লে——তাত তোমাৰ লাভহে আছে ?

ৰমা ——অকল মোৰ নহয় তোমাৰো।

স্বৰ্ণ।——কাৰ ? মোৰ লাভ ?

ৰমা।——নিশ্চয়। তেতিয়া আমাৰ বাটৰ পৰা কাঁইট গুচিব।

স্বৰ্ণৰ মুখৰ বৰণ একেবাৰেই সলনি হ'ল; চকুৰ পতা দুইৰে আঙ্গনি ওলাবলৈ ধৰিলে। অতি তীব্ৰ সুৰেৰে ক'লে :—"ওলা, এই মুহূৰ্ত্তে তই মোৰ ঘৰৰ পৰা বাহিৰ হ। সাৱধান! যেন তোৰ দৰে পাপীৰ স্পৰ্শত মোৰ ঘৰ আকৌ অপবিত্ৰ নহয়।"

ৰমানাথ থৰ হ'ল। অলপ্ৰ পিচত কিবা ক'ব খোজোঁতেই স্বৰ্ণই পদুলিৰ ফাললৈ আঙুলিয়াই ক'লে :—"ওলা বুলিছোঁ। নহলে ফল ভাল নহব।"

ৰমানাথে একো ক'ব নোৱাৰিলে। ধীৰে ধীৰে বাহিৰ ওলাই এখোজ এখোজকৈ আকাশ-পাতাল গুণি যাবলৈ ধৰিলে।

(৮)

... দিনা স্বৰ্ণ আহি জয়ন্তীৰ আলহী হয়, সেই দিনাৰ পৰাই ... এনে কুভাব মনত বাখিছিল। স্বৰ্ণই তেওঁৰ লগত বন্ধুভাবে ...-বতৰা পতা দেখি আৰু তেওঁৰ আগমনত আনন্দ পোৱা বুজি দিনে দিনে ৰমাৰ আশা বাঢ়ি গৈছিল। স্বৰ্ণক বিয়া ... পাৰিলে তেওঁৰ কেনে সুখ হ'ব, ঘাইকৈ কিমান ধন হাতলৈ ... ভাবিছিল। স্বৰ্ণৰ লগত ইমান ... মনত খেলাইছিল যে স্বৰ্ণই তেওঁক ... বাবেহে তেওঁক নিলগাই ... উপস্থিত। ৰমাই ভাবিছিল ... ৰ হানি নহৈ লাভহে হ'ব। ..., তাত তেওঁৰ অ...-ভাবনা ... আপুনি ভাবিবলৈ ধৰিলে :—

... লাভলৈ চাওঁতে এতিয়া মূলো ... জন তো মোৰ হাতৰ পৰা গলেই, জয়ন্তীৰো ... নাই। আকৌ এজনী বিয়া কৰালে যে আকৌ ... ভাঙিব লাগিব। উঃ! স্বৰ্ণই মোক ইমান তুচ্ছ ... খাওক, মই ইয়াৰ প্ৰতিশোধ ল'ম। তাইৰ যদি মোক ... বলৈ ইচ্ছাই নাছিল ইমান দিন মোৰ লগত বন্ধুতা ... কিয়? কোনো সঙ্কোচ নৰখাকৈ মোৰ লগত কথা ... কিয়? তাইৰ ছলনত পৰিয়েই মই জয়ন্তীক হেৰুৱাব ...। তাইকো মই নেৰিছোঁ, চাওঁ তাই কিমান পানীৰ

